# লক্ষ্মীনাথ

মহেশ্বৰ নেওগ



বীণা লাইব্ৰেৰী

কোকৰাঝাৰ :: গুৱাহাটী

অসম

Lakshminath, Essays on Lakshminath Bezbaroa (1864 1939) by Dr Maheswar Neog, Saint Sankaradeva Professor, Punjabi University Published by Manoranjan Dey, Bina Library, Kokrajhar, Assam, 1978

প্রকাশক
শ্রীমনোবঞ্জন দে
বীণা লাইব্রেবী
কোকবাঝাড, অসম

প্রচ্ছদ শিল্পী
দীলিপ দাস
বেলেঘাটা

প্রথম প্রকাশ
জুলাই ১৯৭৮
১০ দহ টকা মাথোন

মুদ্রক
শ্রীস্বপনকুমাব কোলে
নিউ মুদ্রণী
৭১, কৈলাস বোস ষ্ট্রীট
কলিকাতা ৭০০০০৬

## ॥ নিজৰ কথা ॥

আধুনিক অসমীয়া সাহিত্যৰ কেন্দ্ৰীয় ব্যক্তি লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শত-বৰ্ষ-পূৰ্তিৰ উছৱৰ ( ১৯৬৮ত, হ'ব লাগিছিল ১৯৬৪ত ) সময়ত লক্ষ্মীনাথৰ বিষয়ে নানাজন লেখকে নানা দিশৰপৰা আলোচনা কৰিছিল। 'এই সময়তে আমি এই বিষযত এখনি গ্ৰন্থ প্ৰণয়ন কৰাৰ পৰামৰ্শ বন্ধুসকলৰপৰা পাইছিলো। আন এটি সজ পৰামৰ্শ আছিল লক্ষ্মীনাথ সম্পৰ্কে মোৰ পুৰণি লেখাবোৰ সংকলন কৰি উলিওৱা। এই দুটি কামৰ এটিও এতেদিনে হৈ উঠা নাছিল। মোৰ পুৰণি ছাত্ৰৰ ভিতৰত লামডিঙৰ শ্ৰীউপেন্দ্ৰনাথ কটকীয়ে যথেষ্ট বল দিয়াতো সেই কাম নহৈছিল , এতিয়া তাৰে ভিতৰৰ আন দুজন শ্ৰীভবানীপ্ৰসাদ অধিকাৰী ( গোসাঁইগাঁও ) আৰু শ্ৰীনলিনীকান্ত শৰ্মাৰ ( বিলাসীপাৰা ) উদ্যোগত কোকৰাঝাৰৰ বীণা লাইব্ৰেৰীৰ গৰাকী শ্ৰীমনোৰঞ্জন দে পুথিখনৰ প্ৰকাশনৰ বাবে আগ বাঢ়ি অহাত লৰা-লৰিকৈ ন-পুৰণি লেখাকেইটা একেলগ কৰি দিয়া হ'ল। কিন্তু প্ৰথম খণ্ড "জয়ন্তী"ত তিনি সংখ্যাত ( জুলাই আগস্ট ১৯৩৮ ) ধাৰাবাহিকভাৱে ওলোৱা "বেজবৰুৱা, মানুহজন" নামৰ মোৰ লক্ষ্মীনাথ বিষয়ক প্ৰথম লেখা ( সি আছিল লিটন স্ট্ৰেচিৰ ধাৰাৰ "আধুনিক" জীৱনী ) "আধুনিক অসমীয়া সাহিত্য" নামৰ মোৰ সঙ্কলনত ইতিপূৰ্বে সন্নিৱিষ্ট হোৱাত সেইটি এৰি দ্বিতীয় লেখা 'জয়মতী কুঁৱৰী নাটকৰ চৰিত্ৰ' ( "আৱাহন", দশম বছৰ, অষ্টম-নৱম সংখ্যা, শাওণ-ভাদ ১৮৬১ শক ) বস্তুটিয়েই পাবলৈ নোহোৱা হোৱাত অলপ হাহাকাৰ লাগিল। শেহস্তত মোৰ পুৰণি ছাত্ৰ শ্ৰীযতিনাৰায়ণ শৰ্মাৰ ( যোৰহাট ) কন্যা কুমাৰী শান্তা শৰ্মাই এই পলৰীয়া বস্তুটি ধৰি আনি হাজিৰ কৰাত, পুথিৰ শেহৰ ফালেই স্থান দিব লগীয়া হ'ল। বাকীবোৰ লেখা বিভিন্ন সময়ৰ 'বেজবৰুৱাৰ ব্যঙ্গ' "আৱাহন", ষড়্‌বিংশ বছৰ, প্ৰথম সংখ্যা, ১৮৭৭ শক , 'প্ৰবন্ধ-সাহিত্যৰ কেইজনমান ওজা,' "সৌমাৰ জ্যোতি , প্ৰথম বছৰ, দ্বাদশ সংখ্যা, জেঠ ১৮৭৩ শক , 'বেজবৰুৱাৰ কবিতা', "বেজবৰুৱাৰ সাহিত্য-প্ৰতিভা", ( সদিচ্ছা সভা, গুৱাহাটী ), প্ৰথম তাণ্ডৱণ, ১৯৫৫ , 'বেজবৰুৱাৰ দিনলেখাৰপৰা

ছুপাতমান' ( বৰ্তমান প্ৰজ্ঞাসুন্দৰীৰ 'স্মৃতিলিপিৰপৰা ছুপাতমান' ), 'অসমীয়া ( মাহেকীয়া ), প্ৰথম বছৰ, চতুৰ্থ সংখ্যা, আগস্ট ১৯৬৮, 'বৰবৰুৱাৰ হাঁহিবৰ ছলেৰে বেজবৰুৱাই কান্দি পঠিয়ালে', "অসমীয়া' প্ৰথম বছৰ, দশম সংখ্যা, ফেব্ৰুৱাৰী ১৯৬৯, 'অসমীয়া ভাষা আৰু সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱাৰ স্থান' "লক্ষ্মীনাথ বেজবৰুৱা' ( প্ৰকাশন পৰিষদ, অসম ), প্ৰথম তাঙৰণ, ১৯৬৮ [ এই প্ৰবন্ধটো "অসমীয়া' মাহেকীয়া আলোচনীৰ নবেম্বৰ ১৯৬৮ৰ প্ৰথম বছৰ, সপ্তম সংখ্যাত আৰু তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাৰ পৰামৰ্শমতে অসম চৰকাৰৰ পত্ৰিকা "অসমা"ৰ দুটা সংখ্যাত ধাৰাবাহিকভাৱে ওলাইছিল ]। অসম সাহিত্য-সভাৰ হৈ মই সম্পাদন কৰা "চিত্ৰলেখা", "পত্ৰলেখা", ( ১৯৬৮ ), "বেজবৰুৱাৰ দিনলেখা", প্ৰথম খণ্ড ( ১৯৬৯ ), দ্বিতীয় খণ্ড ( ১৯৭৭ ) গ্ৰন্থৰ পাতনিও বৰ্তমান প্ৰকাশনত সংকলিত হৈছে। এই সকলো পত্ৰিকা, গ্ৰন্থ আৰু সংকলনৰ লগত সংসৰ্গ থকা সকলোৰে ওচৰত আমাৰ বিনীত কৃতজ্ঞতা জনাইছো।

পুথিখনৰ "লক্ষ্মীনাথ' নাম কাৰাবাৰ মনত আথঁজা আথঁজা লাগিব পাৰে। ভাৰতৰ অন্যত্ৰ যেনেকৈ ৰবীন্দ্ৰনাথ, বঙ্কিমচন্দ্ৰ, প্ৰেমচাঁদ বুলিলে এই মহানসকলৰ লগত লেখক পাঠকৰ আত্মীযতা সূচায, অসমীয়া সমালোচনাত আমি বেজবৰুৱা, বৰদলৈ, আগৰৱালা বুলিলে আমাৰ আৰু সিসকলৰ মাজত কিবা ব্যৱধান এটা বৈ যোৱা যেনহে লাগে। অথচ লক্ষ্মীনাথ, ৰজনীকান্ত চন্দ্ৰকুমাৰ আমাৰ কিমান আপোন !! নামে কামে এই আপোনৰ আপোন চিনাকি এৰিব নালাগে বুলি মোৰ ভাব। সেইহে এনে নামকৰণ।

প্ৰবন্ধকেইটা গোটখাই লক্ষ্মীনাথৰ সম্পূৰ্ণ অধ্যয়ন এটা নহ'ল। তাৰ বাবে মোৰ খেদো নাই। ভৱিষ্যতে মোক কি দিয়ে, তাকে চোৱা যাওক।

৬ বিশ্ববিদ্যালয় টোল
গুৱাহাটী ৭৮১ ০১৪ মহেশ্বৰ নেওগ
২৬ ফেব্ৰুৱাৰী ১৯৭৮

# লক্ষ্মীনাথৰ সাধু

এক আছিল ৰজা। আজিৰ তিনি শ বছৰৰ পূৰ্বৰে কথা। ৰজাৰ ৰাজ্য অসম দেশ শতুৰুৱে ল'বলৈ চোঁচা লোৱা দেখি তেওঁ পৰ্বতলৈ আঁতৰি গৈছিল গুণে তেওঁক লোকে বুলিছিল ভগনীয়া ৰজা। সেইজনা ৰজাৰে ভাল নামটি হ'ল জয়ধ্বজসিংহ। আহুক ৰজাৰ ৰাজধানীলৈ চাৰি বেদ আৰু আয়ুৰ্বেদতো পাৰ্গত কনৌজীয়া পণ্ডিত। সেই পণ্ডিত কুলিবৰকে সৰ্গদেউ ঈশ্বৰে গড়গাঁও-লখীমপুৰত হেজাৰ পুৰা মাটি, লেখ জোখ নোহোৱা বন্দী-বেটী, বঁটা বাহন দি সন্তোষ লগাই বেজবৰুৱা বিষয় দি থাপি সাক্ষি থ'লে। কলিবৰ বেজবৰুবাৰ পো-নাতিয়ে সেইখন বিষয় খাইছিল এজন গৈ এজনকৈ। কলিবৰৰ নাতি পুৰুষোত্তম বৰুৱাই মহাপুৰুষীয়া ধৰ্মবস্তু গ্ৰহণ কৰি বহুলা পদ্ম আতাক নিজৰ সুমথিৰা বাৰীত সত্ৰ পাতিবৰ দিহা কৰি দিয়ে। সেয়ে কমলাবাৰী থানৰ হেনো নামৰ গুৰি কথা। বেজবৰুৱাসকল সেইহে আতাৰ থানৰ গোসাঁই আৰু সমূহ-বাপু বুলিলে ভক্তিত সদায় গদগদ।

এনে হেন বেজবৰুৱা বংশৰে এপাহি পদুমফুল দীননাথ বেজবৰুৱাৰ কেবেছৰা কালতে হেনো নাম-শুনিলে গাৰ-নোম-শিয়ৰা মানৰ দিন হ'ল। ভূতৰ ওপৰতে দানহ ওলোৱাৰ দৰে আকৌ মানৰ হাতৰপৰা সোণৰ সঁফুৰা অসম দেশখন ইংৰাজে ল'লে কাঢ়ি। পিছত জানিবাঁ পুৰন্দৰসিংহ ৰজাক লালবন্দীকৈ শিৱসাগৰ আৰু লখীমপুৰ জিলা দুখন চলাবলৈ দিয়া হৈছিল। সিবেলাতে দীননাথে পিতৃ হেকৰাই কজি-বৃত্তি বিচাৰি পঞ্চতীৰ্থ গুৱাহাটীত ৰজাৰ কাম চাপিল, আকৌ বংশৰ বেজবৰুৱা বিষয়খন পালে, আৰু ৰজাৰ দৰবাৰত ফৌজদাৰী ছিৰস্তাৰ গৰাকীও হ'ল। হেনেটি সময়তে দুতি পুৰন্দৰ যেন নৃপতি পুৰন্দৰক এৰুলীয়া কৰি কোম্পানীয়ে দেশ নিজ হাতলৈ এৰনীয়া কৰি ল'লে।

দীননাথ ইবাৰ হ'ল দেৱানীৰ মহাফেজ। তিনি বছৰৰ মূৰত ৰবটি ছাহাবে তেওঁক পাতিলে দেৱানীৰ ছিৰস্তাদাৰ। তাৰ পিছত ১৮৬১ চনত ডাঙৰীয়াক চৰকাৰ বাহাদুৰে নগাঁৱৰ মুনচুফ কৰিলে। ১৮৬৪ চনত বৰপেটালৈ, ১৮৬৭ চনত তেজপুৰলৈ, তাৰপিছত উত্তৰ লখীমপুৰলৈ, আৰু শেষত গুৱাহাটীলৈ সিজনা বদলি হৈ আহিল। ৮৭১ চনত মুনচুফকলক একষ্ট্ৰা এছিস্টেট কমিছনাৰ বোলা হলত ডাঙৰীয়ায়ো সেই খিতাপ পালে। ১৮৭৩ চনত চৰকাৰে বেজবৰুৱাক কামৰপৰা একেবাৰেই অজৰাই দিলে পেনছন দি।

ডাঙৰীয়া যাওক ৰবনাও লৈ নগাঁৱৰপৰা বৰনৈয়েদি বৰপেটালৈ তাত বিষয় খাবলৈ। ডাঙৰীয়াৰ গমগমীয়া পৰিয়াল ৰব সক ছুজনা ভাৰ্যাৰ ফালৰপৰা। লুইত কাষৰীয়া সক ঠাই আঁহতগুৰি পাইছেগৈ। তাতে কাউৰী গ'ল, গধূলি হ'ল। আমাৰ চাউলকঠা মুকলি হ'ল বুলি বৈছাইতে 'লুইতৰে বালি বগী ঢকেঢকী' পাই নাও চপাই দিলে। 'শৰতৰ পূৰ্ণিমাৰ কান্তি বিতোপন।' সেইহে গোসাঁই অহা পৰটি পাৰ হওঁতে নৌ হওঁতেই শুভ মুহূৰ্ত চাই সক বেজবৰুৱানী ঠানেশ্বৰী দেৱীৰ কেঁচা-সোণৰ-বৰণ-যেন পোনা-পোৱালি এটি হল। হ'লহে হয়, তেওঁ আন দহজনৰ দৰে ভূমিষ্ঠ নহ'ল, হ'ল হেনো নৌকাস্থ। ফৰিংফুটা জোনাকৰ লক্ষ্মীপূজাৰ নিশা। পোনাপোৱালিটিৰ নাম হ'ল সেই গুণে লক্ষ্মীনাথ। শান্তনুৰ পুত্ৰ লৌহিত্যৰ বুকুত পিছে সেই বালি ক'ত বুৰিল, কোনেনো জানে বাক আজি!

নাচনীৰ ছেবে ঠেৱে মাকো চেকুৰাদি হাকিম বদলি হোৱাৰ লগে লগে হাকিমৰ 'উপসৰ্গ' ল'ৰাহতেও বৰপেটাৰপৰা তেজপুৰ, তেজপুৰৰপৰা লখীমপুৰ, লখীমপুৰৰপৰা গুৱাহাটীলৈ মাকো মাৰিলে লুইতৰ বুকুৰেদি। এইদৰে মাকো মাৰোঁতে শিশুৰপৰা কিশোৰ হোৱা লক্ষ্মীনাথে অসমৰ সেউজীয়া প্ৰকৃতিৰ লগত যেন ঘন চিনাকি লাভ কৰিলে। তেজপুৰত থাকোঁতে সমধীয়া ৰবিনাথ ককাৰপৰা সাধুকথা শুনি শুনি লক্ষ্মীনাথৰ

কিয়নো যে 'কাপোৰ-কানি কন্দা হ'ল, কঁঠালে মুচি পেলালে', লখীমপুৰৰ সিদ্ধেশ্বৰ সোণাৰিয়ে ডবল পইছাটোৰে সাজি দিয়া খুৰি-বাটিত লক্ষ্মীনাথ মইনাই 'কোমল মনৰ মৰম এথুৰিকৈ ভবাই আপুৰুগীয়াকৈ সাঁচি থৈছিল' আৰু সোণাৰি-পটী জয়দাক সোণাৰি-শালৰ এপদ বস্তু বুলি ভাবি সুখ পাইছিল। দুৰ্গেশ্বৰ বাপুৱে প্ৰতিমা সাজি বহণোৱা বৰণবোৰ আবেলিৰ পছিম আকাশবপৰা পোৱাটো তেওঁ থিবাংকৈ বুজিছিল আৰু সিজমে দিয়া সুতুলিটিত 'সুৰৰ কঁপনি তুলি দশোদিশ কঁপাইছিল', লগতে নিজৰ হিয়াৰ তাঁৰকেইডালো। লখীমপুৰতে থান কমলাবাৰীলৈ সোণৰ ফুল এপাহি আগ কৰি লক্ষ্মীনাথৰ যি বিত্তাৰম্ভ কৰা হৈছিল, সি কালৰ বেগত অক্ষয় হ'ল। সেই ঠাইতে আৰু' কমলাবৰীয়া ভাওনা দেখি তেওঁৰ মূৰত ভাওনাৰ বায়ু চৰিছিল।

এইদৰেই মনোৰম সপোনেৰে সেই ল'ৰাটিৰ নটি বছৰ পূৰ হওঁ হওঁ হ'ল। এনেতে দীননাথ বেজবৰুৱাই পেনছন পালত স্কুলাতঙ্ক' নামে এটি হৃদয় ৰোগ লৈ গুবালকুছীয়া হোলোং নাবত উঠি এৰা ধৰাকৈ কঁকালত 'নটুন্না-টনা অঁৰা' লক্ষ্মীনাথ সৰ্গদেউসকলৰ ৰংপুৰ ছহৰ পালেহি। কিন্তু উস্ ৰাম। সেই ৰংপুৰত বঙলা বিত্তাৰ, বঙলা যাত্ৰা গানৰ আৰু ব্ৰাহ্ম ধৰ্মৰ উছাহৰ কিযে উজান॥ তাৰ মাজতে প্ৰেম-ভকতি একোৰে একোটি নোহোৱা শিক্ষা প্ৰণালীৰ মাজত লক্ষ্মীনাথৰ ইস্কুলীয়া জীৱনৰ সমাপতি হ'ল। তাৰ বুকুতে থাকি গ'ল আঠো প্ৰহৰে মহাভাগৱত দীননাথৰ ঘৰ চৌৱাই থকা বৈষ্ণৱময় ঘন ৰস-পানীত পানীকুঁৱা হৈ থকা তেওঁৰ মনটি। মহাপুৰুষীয়া সাহিত্যৰ পকা-তেলত সেই মনটি যেন থবাই থোৱা নেমুটেঙাটিহে।

কোনোমতে প্ৰৱেশিকাৰ ডেওনাখন ডেই লক্ষ্মীনাথ ওলালগৈ আহল-বহল কলিকতাত। তাতযে সেই 'মজলীয়া বিধৰ ল'ৰাই' কাঠিযক কাটন হ'ব, 'চোকাবুধীয়া বুলি খিয়াতি' আৰ্জিব, সেইটি নহ'ল। ৰিপন, চিটি আৰু জেনেৰেল 'এছেম্ব্লি (আজিৰ স্কটিশ চাৰ্চ) কলেজৰ এখন

দুৱাৰে সোমাই আনখন দুৱাৰে তেওঁ গ্ৰেজুৱেট হৈ ওলাই আহিল ঠিক ভোখতে ১৮৯০ ত। তাত উচাপ খাব লগীয়া আছে কিটো? কিন্তু বিচিত্ৰ হ'ল এয়েহে তেওঁৰ মনৰ দুৱাৰখন বৰ বহলকৈ মেল খালে ইংৰাজী সাহিত্য আৰু সৰু সৰ নতুন বঙলা সাহিত্যই যেতিয়া সিখনত ঘন ঘনকৈ কুহুলিয়াই কুহুলিয়াই টুকুৰিয়ালেহি। সেই যুগৰ কলিকতা হ'ল বিশ্বৰ সিংদুৱাৰ। তাৰ মুখ্যতে বহি লক্ষ্মীনাথ আৰু তেওঁৰ লগৰীয়া অসমীয়া ছাত্ৰহতে এটা ডাঙৰ সপোন দেখিলে। সেই সমাজিকত পোৱা দুটি মন্ত্ৰ হ'ল অ ভা উ সা সভা আৰু জোনাকী আলোচনী। সেয়া আজি বুৰঞ্জীৰ কথা। তাক দোহাৰিবৰ সকাম নাই। ডেকা বেজবৰুৱাৰ আৰু এটি সপোন হ'ল কলিকতা বৰ আদালতৰ মান-যহ থকা উকীলসকলৰ লগত শাৰী পূৰোৱা। পিছে বিপনত আইন পঢ়ি তেওঁ পৰীক্ষা দিবলৈহে পালে, ইপিনে পাৰ হব লগীয়া পৰীক্ষাৰ ডেওনাখন বিশ্ববিদ্যালয়ে দিলে এহাত চৰা কৰি। আমাৰ ডেকাদেও পৰি ৰ'ল ইপাৰতে। তেওঁ আদালতত গোচৰ তৰিলে হয়, কিন্তু গোচৰত আৰু চোঁচৰাইহে হ'ল সাৰ। বোলে, 'ৰজাৰ আগত দিলে গোচৰ ৰজাই বোলে কাণখনকে মোচৰ।'

বেজবৰুৱা বোপাদেৱে আইনৰ লগতে ইংৰাজী বিদ্যাৰ এম এ শ্ৰেণীতো নামটি লগাই লৈছিল। তাৰ ইন্টাহানতো গৈ তেওঁ বহিছিল। পিছে বাৰুকৈয়ে সেই ওনাও সিমানতে দেলে। লাভৰ ঘৰত ৰ'ল কলিকতাৰ জোড়াসাঁকোৰ শিৰফুটা ঠাকুৰ বংশৰ দুটি ডেকা সুধীন্দ্ৰনাথ আৰু ক্ষিতীন্দ্ৰনাথৰ লগত হুলি-গলি। ত'ৰ মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ তৃতীয় পুত্ৰ হেমেন্দ্ৰনাথ। সিজনৰ কথা লৈ সোদৰৰ ভাই কবি ৰবীন্দ্ৰনাথে কৈছিল, 'ছেলে বেলায় বাংলা পড়িতেছিলাম বলিয়াই সমস্ত মনটা চালনা সম্ভব হইযাছিল। যখন চারিদিকে খুব করিয়া ইংরেজী পড়াইবার ধুম পড়িয়া গিয়াছে, তখন যিনি সাহস করিয়া আমাদিগকে দীর্ঘকাল বাংলা শিখাইবার ব্যবস্থা করিয়াছিলেন, সেই আমার স্বর্গগত

সেজদাদার উদ্দেশ্যে প্রণাম নিবেদন করিতেছি।' স্বৰ্গগত হেমেন্দ্ৰনাথৰ মিঠা মিঠা নামৰ আঠগৰাকী জীয়ৰী প্ৰতিভা, প্ৰজ্ঞা, অভিজ্ঞা, মনীষা, সুনৃতা শোভনা, সুষমা, সুদক্ষিণা। ঠাকুৰ-ৰাজীৱপৰা সোধনি আহিল আমাৰ বোপাদেওলৈ ৰূপৱতী গুণৱতী প্ৰজ্ঞাসুন্দৰীক যাচি। ঘৰত আই বোপায়ে তৰ্কিবলৈ নৌ পাওঁতেই সিফালে কলিকতাত বিয়াৰ উকলি জোকাৰি উঠিলো, মাৰো গ'ল। মহৰ্ষিয়ে নাতি-জোৱাইক সুনিপুণ সাহিত্যিক হ'বলৈ আশীৰ্বাদ এজোলোকা দি ৰূপৰ-নে-সোণৰ কাপ মৈশাম দিলে। ইফালে আকৌ শহুৰৰ ঘৰৰ সাহিত্যিক মহিলা আৰু পুৰুষসকলে 'অসমীয়া মাতকথাৰ আঁত নাপাই লগালে জোৱাইৰ লাগত থকা খুন্দা। কুটুমসকলে ভু পোৱাই নাছিল সিটি জাতি কৰিব নোৱৰা জেত্ৰা।' তেহে জানিবাঁ 'অসমীয়া ভাষাৰ হকে জোৱাইৰ হাতত ডাঙৰ বামটাঙোনডাল দেখি তেওলোকে দিলে বেঁত মেলি।

ইফালে বিশ্ববিদ্যালয়ৰ লগত গোচৰত হাৰিশত ধিক্কাৰ উপজিলেও ডেকা বেজ স্বতন্ত্ৰীয়া উপাৰ্জনৰ বাট এটিৰ বিচাৰ খোঁচাৰত ৰ'ল। আইন পৰীক্ষালৈ সাজু হোৱাৰ বেলাও ফলি পুথি কাতি কৰি ডেকাই যিজনক নৰিয়া পৰা দেখি শুবেও পতি কৰিবলৈ হেলা নকৰিছিল, কলিকতাত বণিজ কৰিবলৈ অহা সেই অসমীয়া সাউদ ভোলানাথে তাৰে ভু পাই তেওৰ বেহাৰ মাজলৈ পকা ছাহাব বেজবৰুৱাক আথে-বেথে আঁকোৱাল মাৰি সুমুৱাই ললে। দুয়ো দুইবো সোদৰৰ ভাই হৈ পৰিল। দুইটিৰ 'ব্যৱসায় ন জোনৰ দৰে কলা কলাকৈ দিনৌ বাঢ়ি' কলিকতাৰ লেথীয়া ঠাইৰ ব্যবসায়ৰে 'মুধচ ছোও ছোও হ'লগৈ।' পিছে, সেইদৰে আকাশ ফুটাম বুলি বাঢ়ি অহা ভলুকা বাঁহৰ গাজটি ঢোৱা কাউৰী এজনীয়ে মাজ-কঁকালতে ভাঙিবৰ উপক্ৰম কৰিলে বিশেষকৈ ডেকা বেজৰ বেলিকা। শেহত ১৯ ৩-ত বি বৰুৱা আৰু বেজবৰুৱাৰ মাজত কলি সোমাল, ভূইকঁপৰ গুমগুমনি উঠিল। পিছৰ বছৰত তাৰ জোকাৰণিত দুজনৰ মাজৰ ভিন-পৰ নোহোৱা ভাবটিৰ ভালকৈয়ে সাঁফি লৰিল।

ঠাই ঠাই লাহে লাহে ঠাই ঠাই হ'ল। গৈ থৈ ১৯১১-ত তেওঁলোকৰ যোৱাৰ জোঁটাৰলীয়া দিহাৰ ওৰ পৰিল।

১৮৯৫ ৰ মাজভোখৰতে বেজবৰুৱা-বেজবৰুৱানীৰ ছোৱালী একেবি উপজিল। নাম থোৱা হ'ল সুৰভি, কাৰণ 'সেইটি ফুলৰ সৌৰভ, জোনৰ পোহৰ, মৃদু বতাহৰ গতি, শিৱসাগৰৰ বৰপুখুৰীত ৰাতি জোনৰ পোহৰ পৰি চিক্‌মিক্ কৰা সক সক ঢৌৰ মালাৰ চাকি।' তেনেটি বস্তু পাঁচ বছৰতে নোহোৱা হ'ল। আই বোপাইৰ হিয়া ভাগি টুকুৰা টুকুৰা হ'ল। ইয়াৰ পিছত সি দুজনাৰ এটি এটিকৈ তিনিটি ছোৱালী হ'ল। বৰজীয়ৰী অৰুণাৰ বুধি আছিল উগ্ৰ বিশ্ববিদ্যালয়তে আগৰো আগ ঠাই ল'ব পৰা। দেশী আৰু বিলাতী দুই পংক্তিৰ সঙ্গীততে তেওঁৰ এক্তিয়াৰ। আইদেওৰ বিয়া হৈছিল বিচক্ষণ পণ্ডিত সত্যব্ৰত মুখোপাধ্যায়ৰে, সিজন বৰোদা, কচ্চ আৰু শেহত ত্ৰিপুৰাৰ ৰজাৰ দেৱান হৈছিলগৈ। তেওঁলোকৰে কন্যা জগত-জোৰা খিয়াতিৰ নৃত্য-কুশলা ঋতা দেৱী। বেজবৰুৱাৰ দ্বিতীয়া জীয়ৰী ৰত্না কন্যা ৰত্নাৰ আকৌ পৰিণয় হৈছিল এডিনবৰাৰ এম্ এ, চাহ-খেতিয়ক আৰু 'মনোমতী' বোলছবি গঢ়োতা শিল্পী ৰোহিণীকুমাৰ বৰুৱাৰে। তৃতীয়া দীপিকা আইদেৱে খ্ৰীস্ট ধৰ্মত শৰণ লয়। মতুন ক্ৰিস্টাৰ দীপিকা নামেৰেই এতিয়া তেওঁৰ চিনাকি। তিনিওগৰাকী কন্যাই বিদুষী। শিক্ষাৰ কথাত বেজবৰুৱাৰ ঘৰখনি আছিঁ ঘৰ। বেজবৰুৱানীও আছিল 'ৰূপে-গুণে পণ্ডিতা'। ৰান্ধোন-বাঢ়োনৰ বিষয়তো তেওঁৰে কেৰ মানে, এনেজনীয়েই নোলাৰ। বৰ বৰ তিনি খণ্ডত ছপোৱা তেওঁৰ 'আমিষ ও নিৰামিষ আহাৰ' এসময়ত বঙালীৰ ঘৰে ঘৰে হৈছিল। 'ৰন্ধা বঢ়া' নামে তাৰে অসমীয়া ভাঙৰণ এটিও ওলাইছিল। প্ৰজ্ঞাসুন্দৰীয়ে বেজবৰুৱাৰ 'জয়মতী কুঁৱৰী'ৰ বঙলা ভাঙনি এটি কৰিছিল। সিটি পিছে কোনো ৰংঘৰতে নচলিল। তৈলচিত্ৰত আইদেওৰ হাতযে ওজাৰ হাত।

বি. বৰুৱাৰে একা-এৰি হৈ বেজবৰুৱাই অকলশৰীয়াকৈ ব্যৱসায়ত

কৰা। ভাগৱ-জুৰণি আওহেলি এইদৰে লেখি থকা বেজবৰুৱাক অসমে সৰ্-ভাঙৰ লেখক বুলি মনেৰে বৰণ কৰিলে। ১৯০৮ বেজবৰুৱাৰ ছাটিয়ে লেখা 'এংলো-ইণ্ডিয়ান' শিতানৰ বস্তু এটিয়ে মহামহিমাৰ্ণৱ ছৰকাৰ বাহাদুৰৰ টিকনিডাল থিয় কৰালে বস্তুটি বাইজলৈ আগ বঢ়োৱা 'উষা' কাকতৰ প্ৰতি দাৰুণ বোষত। পৈপুৰা লাগি 'উষা'ৰ সম্পাদকে দায় ভাঙিবলৈ গুৱা পাণ আগ কৰি 'এংলো ইণ্ডিয়ান'ক কাকতৰ বুকুৰপৰা মোহাৰি পেলালো বুলি দিলে কৈ। এনে দুই চাইটা নিমিত্ত গোট খাই অসমীয়া সাহিত্যৰ বেজৰ দৰবত বাটি দিবলৈকে হ'ল। ডেকা বাৰুইতৰ খচ্খচনিত ৰ'ব নোৱাৰি বেজবৰুৱাই 'বাঁহী' আলোচনী উলিয়ালে ১৯০৯-ত। 'বাঁহী'য়ে কিমান নতুন লেখকক হাত ধৰি সমাজৰ মাজলৈ উলিয়াই আনিলে, আৰু 'জোনাকী'ৰ উছাহটি বোবাই লৈ আহিল কুৰি শতিকাৰ মাজ ভাগলৈ। 'জোনাকী' যুগৰ কৃপাবৰ আৰু 'সাধু' (যাক আৰু' আজি বোলোঁ গল্প) কোবা লক্ষ্মীনাথ দুয়ো জীযাই থাকিল, কিন্তু আৰু এজন এতিয়া সি দুজনাৰ লগ লাগিল,—মহাপুৰুষ আৰু মহাপুৰুষীয়া ধৰ্মৰ মেখি-ভাগৱতীৰ লেখীয়াকৈ সেই ধমৰ আৰু তাৰ লগবীয়া মনোমোহা সংস্কৃতিৰ আধুনিক ব্যাখ্যাকতা, প্ৰচাৰকৰ্তা, ৰক্ষাকৰ্তাজন। কুৰি বছৰ কাল বেজবৰুবাই বাঁহী'ত নানা সুৰ তুলিলে, আৰু শেহত আনসকলৰ হাতত তাক তুলি দিলে। কুৰি শতিকাৰ পোনৰ পোন্ধৰ বছৰ কালতে তেওঁৰ যতমানে ছপা পুথি ওলাইছিল। তাৰ পিছৰ অধিক পুৰঠ লেখাখিনি কিন্তু আলোচনীৰ পাততেহে সি চৰতি হৈ থাকি গ'ল। 'বাঁহী'ৰ সম্পাদকৰ চ'ৰাৰ দীঘলীয়া আলোচনাবিলাক, 'তত্ত্ব-কথা' আৰু 'কৃষ্ণ-কথা' আদি শিতানত ওলোৱা প্ৰবন্ধখিনিত আমি বেজবৰুবাৰ মতিটি পুৰঠ আৰু চিকুণ গঢ়ত দেখা পাওঁ। স্বৰূপ কথা ক'বলৈ গ'লে, তেওঁৰ ভাল চিনাকি আমি পাম যিদিনা এই আটাইবিলাক লেখা যেহা লগাই সজাই-পৰাই আমাৰ আগত কোনোবাজনে থিয় কৰি দিব।

১৯১৬ চনত গুৱাহাটীত দেশ আৰু সাহিত্যৰ বিষয়ে চিন্তা কৰা

আদৰৰ ডেকা ছাত্ৰসকলে সন্মিলনী পাতি বেজবৰুৱা ডাঙৰীয়াক সভাপতিকৈ বৰণ কৰিলে। পিছৰ বছৰ আসাম সাহিত্য-সভাৰ জন্ম হ'ল। ১৯২৪-ত যেতিয়া সভাৰ সাহিত্য-সন্মিলন বহিল গুৱাহাটীত, বেজবৰুৱাদেৱক সভাপতি কৰি অসমীয়া সাহিত্যিকসকলে বেৰি ধৰিলে। সভাপতিৰ ওখ আসনৰপৰা তেওঁ যি ক'লে, সেয়া সভাৰ আটাই অভিভাষণৰ মাজৰ বজা অভিভাষণ। ১৯৩ -ত যেতিয়া তেওঁ আকৌ অসম মাতৃৰ মুখ দৰিশন কৰিবলৈ আহি ডিবুৰু, ৰংপুৰ, যোৰহাট, গোলাঘাট, গুৱাহাটীত উপস্থিত হ'ল, চাৰিওফালৰপৰা প্ৰজা ভাগি-ভুঁহৰি আহিল তেওঁৰ দৰিশন পৰশন পাবলৈ। সকলোৱে অভিনন্দনৰ বৰ-শৰাই আগ বঢ়ালে। লক্ষ্মীনাথৰ বন্দনাৰে অসম জুৰি খলকনি উঠিল। ১৯৩১-ত অসমীয়া সাহিত্যৰ পুৰন্দৰসকলে বেজবৰুৱাক দিখৌ-পাৰত তেওঁৰ চেনেহী 'মোৰ শিৱসাগৰ'ৰ কোলাত বহুৱাই লৈ অসম সাহিত্য-সভাৰ মেলত ফুল চন্দন দি, শাৰীকৈ বৰশৰাই পাতি ওলগিলে। ১৯৩৩-ত বৰোদাৰ মহাৰজাই তেওক নিমন্ত্ৰণ কৰিলে যি আসনত বহি ৰবীন্দ্ৰনাথ ঠাকুৰ, ডক্টৰ ৰাধাকৃষ্ণণ, ছাৰ চন্দ্ৰশেখৰ ৰেঙ্কট ৰামন, অধ্যাপক ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকৰে সোণৰ-ৰূপৰ মুখেৰে কথা কৈছিল, তাতে বহি ভাৰতৰ বৈষ্ণৱ ধৰ্মৰ বুৰঞ্জী ক'বলৈ। অসম জুৰি আকৌ গৌৰৱৰ মলয়া এছাটি ব'লে।

১৯৩৭ ৰোগে পীড়ি পীড়ি জুনজুনীয়া কৰা দেহাটি লৈ বেজবৰুৱাদেও ৰেলেৰে অসম মুৰা হ ল শৰীৰৰ ঘুণ গুচাম বুলি। আগস্ট মাহৰ ২২ তাৰিখ। গুৱাহাটী ৰেল স্টেশ্যনত ছহৰৰ ৰাইজ জুম বান্ধিলে। গাড়ী আহি ৰ'ল। গুৱাহাটী এ এছ্ এল্ ক্লাবৰ তৰফে আজি এই সাধু কোবাটিয়েই নকৈ ফুলা শেৱালিৰ গছ সৰাই অনা মলা এধাৰি পিন্ধাই ৰাইজৰ হৈ সেৱাটি জনালে। অসুখে নিশকতীয়া কৰা বেজবৰুৱা ডাঙৰীয়াই কিন্তু কথা ক'ব নোৱাৰিলে, তেওৰ হৈ ৰাইজক সম্বুধি চেনেহ জনালে তেওঁৰ 'জ্ঞান বোপা'ই। ইয়াৰ পিছত ডিবুৰুৰ জী-জোৱাইৰ

# লক্ষ্মীনাথৰ কবিতা

বেজবৰুৱাই চেঙেলীয়া কালতে বঙলা ভাষাত কবিতা লিখিবৰ যত্ন কৰিছিল আৰু সেই কবিতাৰ প্ৰয়াসবোৰ বঙলা কাগজলৈ পঠাই, অৱশ্যে ছদ্মনামত, সিবোৰ আলোচনীবোৰত ওলাব বুলি নিষ্ফলভাৱে বাট চাই আছিল। অসমীয়াত কবিতা লিখিবলৈ কৰা যত্ন ইয়াৰ পিছৰ, ১৮৮৯ চন মানৰপৰাহে চেগাছোৰোকাকৈ তেওঁ কবিতা বুলি দুই এটা ৰচনা ৰচিছিল আৰু মাজে মাজে তেওঁৰ নিজৰ আলোচনীতে সেইখিনি ছপা কৰি উলিয়াইছিল। পিছত ১৯১৩ চনত তাৰে কিছু একেলগ কৰি 'কদম কলি' নাম দি পুথি আকাৰে উলিয়ায় 'নিজৰ ৰচনাবোৰ নিজৰে পঢ়িবলৈ ভাল লাগে' দেখি। কাৰণ এইবিলাক 'কবিতা হয় যদি হওক নহয় যদি নহওক বুলি মাজে সময়ে লিখা।' কবিতাৰ শ্ৰেণীত ঘূঠা ৰচনাও ইয়াৰ মাজে মাজে নিশ্চয় আছে, কিন্তু যিকেইটি কবিতা আছে, তাক সোণ পানীৰে ছপাই থোৱাহে যুগুত। তাৰ উপৰি তেওঁৰ কবিতাৰ আন এটি মূল্য আছে ৰোমাণ্টিক্ পথৰ প্ৰদৰ্শকৰূপে। তেওঁৰ বিবিধ নাটকৰ অন্তৰ্গত গীতসমূহৰো স্বকীয় এটি সৌন্দৰ্য আছে, মূল্য আছে।

ৰোমাণ্টিক কবিতাৰ অনুভূতিশীলতা, ভাৱপ্ৰৱণতা, প্ৰকাশৰ আতিশয্য আদি গুণ বেজবৰুৱাৰ বিশেষকৈ প্ৰেম অনুৰাগমূলক কবিতাকেইটিত ধৰা পৰে।

কোনো কোনো কবিতা ইংৰাজ ৰোমাণ্টিক কবিৰ পোনপটীয়া ভাঙনি—প্ৰিয়তমাৰ সৌন্দৰ্য (জৰ্জ ডাৰ্লি)। আন কিছুমান কবিতাত আকৌ ইংৰাজ ৰোমাণ্টিক্সকলৰ বুকুৰ উতলা উম স্নুন্দৰকৈ অনুভৱ কৰিব পাৰি। 'চুমা' কবিতাত শ্বেলীৰ প্ৰেমৰ দৰ্শন, 'অৱশেষ'ত শ্বেলীৰ কৰুণ সুৰ।

দুটি পৰ্যায়ৰ কবিতাত সেইদৰে বহি বায়ুৰ স্পৰ্শ অনুভূত হয়—

'দেৱযানী' নামৰ নাটকীয় কবিতাত আৰু বেুকা' নামৰ দুশৰীয়া চাবিশৰীয়া প্ৰবচনকল্প উক্তিবিলাকত।

বেজবৰুৱাৰ কবিতাৰ বিশেষ লক্ষণ সকলো ধৰণৰ ভাব আৰু অনুভূতিৰ অসমীয়া ভঙ্গিময় প্ৰকাশ। তৰ্জমা কৰা কবিতাতো সেই লক্ষণ প্ৰকট হৈ উঠিছে—'বলেগ এটা পৰিৱেশৰপৰা আনি তাক অসমীয়া কবিতা কৰা হৈছে, নতুন পৰিৱেশ, নতুন মানসিক সংশ্ৰৱত তাক প্ৰতিষ্ঠাপন্ন কৰা হৈছে।

বেজবৰুৱাই কবিতাৰ এটি কনভেনচন বা ৰীতি আনুগত্য বহুত ঠাইতে মানিব খোজা নাই—ভাষাৰ। কথাৰ ভাষা আৰু কবিতাৰ ভাষা তেওঁ সান মিহলি কৰিছে। 'ভ্ৰম, প্ৰিয়তমা উতলা প্ৰেমিকৰ উপমাৰ কচুগুটি খেল। এই দুটি সচা সঁচি কবিতা। কবিতা' কবিতাৰে এটি মধুৰ সংজ্ঞা। 'প্ৰেম' প্ৰেমৰ সৰ্বেশ্বৰবাদ, Pantheism এনে ভাব-গধুৰ কবিতাকেইটিত বেজবৰুৱাৰ প্ৰাণৰ গভীৰতাৰ প্ৰকাশ দেখা যায়। 'বাঁহী'ত আত্মা পৰমাত্মাৰ মিলনৰ সুৰৰ আঘাত, চিৰ যৌৱনত প্ৰেমৰে চিৰ নতুন বাৰ্ধক্যহীন জীবনৰ জয় গান গাইছে। মহাপ্ৰযাণৰ যাত্ৰী' আদি কবিতাই আকৌ তেওক ভাবুক চন্দ্ৰকুমাৰৰ লগৰীযা কৰিও দিযা দেখা গৈছে। ঈশ্বৰ আৰু ভকত'ত সেইদৰে অহৈতুকী ভক্তিৰ মূল সূত্ৰটি কবিতালৈ ৰূপান্তৰ কৰা হেছে মধুৰভাবে।

'বীণ ব'ৰাগী' কবিতাত গোটেই জাতীয জীবনৰ স্বৰূপটোবেই যেন তেওৰ অন্তৰেদি জৰি জৰি epitomized হৈ দেখা দিছে। কলিকতা ছহৰত এদিনাখন দুপৰীযা বেজবৰুৱাৰ ঘৰত অসমীযা বীণবৰাগী এজন ওলালগৈ—তেওঁৰ জীৱনৰ যেন বছা বছা সুৰবোৰ বীণখনিত বান্ধি। বেজবৰুৱাই গীত শুনিলে। তেওৰ কবি-প্ৰাণেদি গীতিমযা জাতীয় জীৱনটো যেন সৰকি গ'ল। তাৰ পিছত এই কবিতাটি লিখিহে তেওঁ মনলৈ শান্তি আনিলে। দেশখনৰ প্ৰতি এটি গভীৰ ভালপোৱা ইয়াৰ ছত্ৰে ছত্ৰে বিৰাজিত—সেয়ে বেজবৰুৱাৰ আচল ৰূপ। জাতীয় জীৱন সম্পৰ্কত

তেওঁৰ আক্ষেপ নাই, নৈৰাশ্যবাদ নাই, অৱসাদ নাই। তেওঁৰ অন্তৰ যেনে নিকৃয়, সুস্থ, তেওঁৰ দেশ প্ৰেমো সেইদৰে সঞ্জীৱনী শক্তিৰে পুৰ। পেনপেনীয়া সুৰ, কান্দোন তেওঁৰ ভাল নালাগে। তেওঁক লাগে দবা, শঙ্খ, মৃদং, খোলৰ আনন্দময় কোলাহল আৰু এবাৰ প্ৰাণ-ভৰা উচ্ছ্বাসৰ বাণী-'জয় আই অসম বোল।' কাৰণ তেওঁৰ অসম গৌৰৱময় অসম। এই সুস্থ আশাবাদেই প্ৰকাশ পাইছে 'অসম-সঙ্গীত'ৰ উচ্ছ্বসিত ছন্দত।

ইংৰাজী কবিতাৰ ৰোমাণ্টিক্ যুগত যেনেকৈ পাৰ্চি আৰু স্কট্ আদিৰ বেলাড সংগ্ৰহৰ পিছত কৃত্ৰিম বেলাড এক শ্ৰেণীৰ সৃষ্টি হৈছিল, পুৰণি অসমীয়া মালিতাই বেজবৰুৱা, চন্দ্ৰকুমাৰ আদিক কৃত্ৰিম মালিতা, artificial ballad, সৃষ্টি কৰিবৰ সঁহাৰি দিছিল। সেই অনুপ্ৰেৰণাতে বেজবৰুৱাৰ ধনবৰ আৰু ৰতনী' আৰু 'ৰতনীৰ বেজাৰ' নামৰ মিঠা কবিতা দুটিৰ জন্ম। দুইটিতে পুৰণি মালিতাৰ ভংগীৰ উপৰিও এটি নাটকীয় গুণ বৰ্তমান। এই কাহিনীটি নেপালীৰ এঠা দৈ' খাই 'গৰু-বিহু দিনাখন হেৰোৱা' বোকাজানৰ পাৰৰ মনাই মাজি গাঁৱৰ সেন্দুৰীৰ বেলাডৰ কৌশলৰ লগত তুলনীয়। 'নিমাতী কন্যা'তো সেইদৰে সাধুকথাৰ জল-বায়ু আৰু মালিতাৰ সুৰৰ সমাৱেশ। 'তিলকা'ৰো সেই একে কথা।

লঘু বৈঠকী কবিতাত বেজবৰুৱাৰ বিশেষ ৰতি—ইয়াতে তেওঁৰ পৰিপূৰক কৃপাবৰী ব্যক্তিত্বৰো বিকাশ। চন্দ্ৰ, কুলিক লৈ আন কবিৰ বৰাই, কৃপাবৰৰ ইতিকিং। তেওঁ কবিতা বিচাৰি পায় ধোৱাখোৱাৰ 'টোৰোক ভৈৰব নাদ'ত, ডি এল্ ৰায়ে বঙ্গভূমি লৈ গৌৰৱ কৰে, গীত ৰচে। বৰবৰুৱাই তাৰ পেৰডি কৰে। ডি এল্ ৰায়ে যদি কয়, 'এমন দেশটি পাবে নাকো কোথাও তুমি', বৰবৰুৱাই তাৰ সমিধান দিয়ে, 'এনে দেশ ক'তো নোপোৱা হেৰা তুমি।' দ্বিজেন্দ্ৰলালে যদি গায়,

এমন ধানের উপর ঢেউ খেলে যায়
বাতাস কাহার দেশে ?—

প্ৰতিযোগিতাশীল ববককৰাই ভেঙুচালি কৰিব গীতৰ সুৰত—

ক'ত এনে কুঁজী-থেকেৰা টেঙাই খায় দাঁত ?
ক'ত পাবা পকা খৰিচা, ক'ত ঢেকীয়া শাক ?
এঠা দৈ ক'ত এনে লেখায় ধুলে যাক ?

তেওঁৰ বৃন্দা-চন্দ্ৰায়ো ইংৰাজী, হিন্দুস্থানী, অসমীয়াৰ খিচুৰীতহে কয় কথা। কৃপাবৰৰ হাতত বাঁহীবো দুৰ্দশা কেনে চাওক—বাঁহীটোত ধপাত থয়, পিঠা গুৰি খায়, তাৰে কুকুৰো খেদে। কিন্তু এটা কথাত witty কৃপাবৰক অসমীয়াই outwit কৰিলে—দ্বিজেন্দ্ৰলালক ভেঙুচালি কৰি 'ইংৰাজী সুৰ'ত বা-তা তা তা তা তা মাৰিলেও 'অ' মোৰ আপোনাৰ দেশ'ক ববককৰাৰ হাতৰপৰা কাঢ়ি আনি বেজবৰুৱাৰ নামত দি জাতীয় সঙ্গীত কৰিহে এৰিলে।

বিদ্ৰূপাত্মক 'ছেটায়াৰ'তো ববককৰা বেজবৰুৱাই ছন্দ আইটিক নথটুৱাই এৰা নাই। লোকক হাঁহোঁতে হাঁহোতে তেওঁৰ 'হাঁহি হাঁহি হাঁহি উঠা' হৈছেহি।

ভাবৰ ফালৰপৰা, শব্দ যোজনাৰ ফালৰপৰা, ছন্দৰ ফালৰপৰা বেজবৰুৱাৰ কবিতাৰ ডিঙৰাখন কেতিয়াবা কেতিয়াবা ছৰথৰীয়াত লাগি ধৰিছে। কেতিয়াবা অৱশ্যে ছন্দৰ তেনে দোষ আধুনিক পাঠকৰ কল্পিতও হ'ব পাৰে। কাৰণ আমাৰ কাণ নানা ছন্দ আৰু সুৰৰ সংমিশ্ৰণত অলপ খোলা হৈছে হ'ব পাৰে, নিতান্ত সহজে বৈ পৰা সুৰ নহ'লে আমাৰ কাণত লোজে নালাগে। বেজবৰুৱাৰ কোনোটোহঁত কবিতাৰ কলিম্ভ লেখাত ছন্দ পতন ঘটিলেও পুৰণি অসমীয়া গীত-মাতৰ ছন্দত পেলাই জুখি গালে-বালে জোখৰে হৈ পৰা দেখা যাব। ছান্দসিকে ক্ষমা কৰিব নোৱৰা দোষ তেওঁৰ নোহোৱা নহয়। ছন্দৰ ঢৌত কেতিয়াবা শিলগুটি উফৰি পৰিছে আৰু শেষাক্ষৰৰ বাহি-জোৰা নিমিলি বিষঙ্গতিৰ সৃষ্টি কৰিছে।

কবিতাতো total effect, 'মুঠ ফল' বুলি এটা কথা হ'ব পাৰে। কেতিয়াবা একোটা সুন্দৰ কবিতাৰ মাজত এটা মাথোন গন্তমষ শাৰী-

যোমানে তাক অঁতবাই নেপেলালেও সি কবিতাটোৰ মান হানি কৰিব নোৱাৰে। আন ফালে একাকি বা তুকাকি সুন্দৰ কবিত্বময় শাৰীৰ বাবেও পাঠকে গদ্যময় বহুতো শাৰীৰ বোজা ব'বলৈ বাধ্য হয়। বেজবৰুৱাৰ দুই-এক কবিতাতো তেনে বৈষম্যৰ সৌন্দৰ্য আছে।

একোটাইত খণ্ডবাক্যতো কেতিয়াবা বেজবৰুৱাই একোটি অভিৰাম ভাব বা ছবি প্ৰতিফলিত কৰিছে—

ওখ বুকু কিয় লৰম্ভ কোমল
মদন পিছলি পৰা ?

এনে ধৰণৰ প্ৰকাশময় ভংগীয়ে কবিতাৰ সূক্ষ্মানুভূতিৰ পৰিচয় দিয়ে।

আৰ্য-প্ৰয়োগ অনেক ঠাইত আছে—কৈলে, কৈলা, তহিতে, এইলো, একেশৰ, গৌৱাগৌ। ব্যাকৰণে মানিব নোখোজা শব্দও বেজবৰুৱাই হাতত ধৰি আনি কবিতাৰ মাজত সুমুৱাইছেহি—ওল্দোলে ( প্ৰথমা বিভক্তি ), মনাকাশ।

বেজবৰুৱাই কবি হ'বলৈ বিচৰা নাছিল। যিকেইটি কবিতাত তেওঁৰ কাব্যিক প্ৰতিভা বিকশিত হৈছে, সিয়ে কিন্তু দেখুৱায়—কবিৰ অনুভূতি আৰু কবিৰ প্ৰকাশিকা-শক্তি তেওঁৰ আছিল। কবিতাও এটি আৰ্ট আৰু আন আৰ্টৰ দৰে কবিতাতো সাধনা আৰু অনুশীলন লাগে। বিশেষ সাধনাৰ অভাৱতে বেজবৰুৱাৰ কবিতাত এটি নিয়ত দাৰ্শনিক ধাৰা স্ফূৰ্তি উঠা নাই। কিন্তু সবল দেশপ্ৰেম আৰু এটি গভীৰ আধ্যাত্মিক সুৰ—এই দুয়ে তেওঁৰ কবিতাৰ দুটি দিশ নিৰ্ণয় কৰে।

## লক্ষ্মীনাথৰ ব্যংগ

ইংৰাজী humour, wit, satire আদি শব্দৰ খাঁজে-খাপে খোৱা প্ৰতিশব্দ অসমীয়া ভাষাত আৰু আন ভাৰতীয় ভাষাতো এতিয়ালৈকে প্ৰতিষ্ঠিত হোৱা নাই। সাধাৰণতে humourঅক হাস্যৰস, witঅক খুহুতীয়া কথা আৰু satireঅক ব্যংগ বুলি বুজোৱা হয়, কিন্তু কেয়োটা প্ৰতিশব্দই সমালোচকৰ মনপুত হোৱা যেন নালাগে। 'হিউমাৰ'ৰ সংজ্ঞা এজন ডাঙৰ humourist ষ্টিফেন লিককে এইদৰে দিব খোজে—হিউমাৰ জীৱনৰ অসামঞ্জস্যবোধৰ সম্পৰ্কে সহানুভূতিশীল ভাব-চিন্তা উদ্রেক কৰা আমাৰ বোধ আৰু কলাত (সাহিত্য আদিত) সেই বোধৰ প্ৰকাশ (the sense within us which sets up a kindly contemplation of the incongruities of life, and the expression of that sense in art)। wit বোলা বস্তুটি 'হিউমাৰ'তকৈ ঠেক পৰিসৰৰ আৰু হিউমাৰৰ অন্তৰ্গত, তাত অপ্ৰত্যাশিত কোনো ধৰণৰ শব্দৰ খেলা থাকে। 'হিউমাৰ'ৰ মূল গুণ প্ৰসন্ন ভাব, witঅৰ গুণ তামাছা বা মজা। হিউমাৰৰ মাজত সহৃদয়তা বা সহানুভূতি থাকিব লাগিব, সেয়ে নহৈ সি ঘৃণাক বাট এৰি দিলে সি কুটিল বিদ্রূপত (sarcasm) পৰিণত হয়, সেই ধৰণে witঅত ক্ৰোধ আৰু ক্ৰূৰতা সোমালে সি তীব্ৰ satireঅত পৰিণত হয়।

সাহিত্যত satire হ'ল হাস্যকৰ আৰু কুৰুচ বিষয়ৰ দ্বাৰা উদ্রিক্ত আমোদ বা ঘৃণাবোধৰ প্ৰতুল প্ৰকাশ, কিন্তু সেই প্ৰকাশত হিউমাৰ পৰিস্ফুট হ'ব লাগিব, সেই প্ৰকাশে সাহিত্য সৃষ্টিৰ এটি নিৰ্দিষ্ট ৰূপ (literary form) ল'ব লাগিব। হিউমাৰৰ অভাৱত satire ব্যক্তিগত আক্ৰমণত পৰিণত হয়, সাহিত্যিক ৰূপৰ অভাৱত সি হ'ব বহুৱালি।

কিন্তু satiristসকলে বক্রোক্তি ( irony ), ব্যক্তিগত আক্রমণ, ব্যংগ, witঅক সদায়েই প্ৰধান অস্ত্ররূপে ব্যৱহাৰ কৰি আহিছে। তিক্ততা, নির্দয় তামাছা, নিন্দা-বচন, ভেঙুচালি, কহৰালি, ঠাট্টা-বিদ্রূপ আদিয়ে satirist ধনুর্ধৰসকলৰ তোণত সদায় ঠাই পাই আহিছে। আনকালে উচ্চাংগৰ satireঅত এইবোৰ গুণ বা দোষ থাকিলেও তাৰ অন্তর্গত লেখকৰ মনোভাৱৰ বিশেষ এক নৈতিক মূল্য আছে। তাৰ উপৰি অলিফেন্ট স্মিটনে আঙুলিওবাৰ দৰে সামাজিক দোষ সমালোচনা কৰা satireঅত কোনো সাময়িক সমাজৰ কম বেছি এটি স্পষ্ট প্ৰতিবিম্ব পৰে কাৰণে তাৰ ঐতিহাসিক সার্থকতাও থাকে। satireৰ বুৰঞ্জীত ব্যক্তিগত চৰিত্ৰৰ প্ৰকাশ আদিৰেপৰাই দেখা পোৱা যায়। ৰাজনৈতিক, সমাজনৈতিক, নৈতিক, দার্শনিক আদি বিবিধ বিষয়-বস্তুৱে satireঅক পুষ্ট কৰি আহিছে। satire আদিতে পদ্যত হ'লেও গদ্য satireৰ বুৰঞ্জীৰ পৰিসৰো যথেষ্ট বহল। ই বিভিন্ন দেশ আৰু সময়ত fable, romance, epigram, mock heroic, parody আদিৰ ৰূপ গ্ৰহণ কৰি আহিছে। ফৰাচী লেখক Moliereৰ নাটকত satireৰ পূর্ণ প্ৰকাশ দেখা পোৱা যায়। প্ৰথম ইংৰাজ ঔপন্যাসিক Fielding আৰু Smolletএ আকৌ উপন্যাসক তাৰ বাহন কৰিছে। Jane Austen-অৰ উপন্যাসত satireৰ 'গৰম মছলা' কচিকৰ হৈছে।

লক্ষ্মীনাথ বেজবৰুৱাৰ কথা ভাবিলেই তেওঁৰ হাস্যৰসিক ৰূপৰ অৱতাৰ কৃপাবৰ বৰবৰুৱাই পোনতে মনত পৰিব। এই অৱতাৰৰ বাহিৰা ৰূপটো ধ্যান কৰিলে Dickensৰ পিক্‌উইকৰ চৰিত্ৰৰ অনুসৰণ যেন লাগিব বা বংকিমৰ কমলাকান্তৰ প্ৰভাৱৰ কথাও মনলৈ আহিব। কিন্তু প্ৰকৃতপক্ষে কৃপাবৰ ৰূপী লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰধান গুৰু 'বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰী'ৰ হেমচন্দ্ৰ বৰুৱাহে। বিষয়-বস্তু আৰু satireৰ অস্ত্র-প্ৰয়োগ, দুয়ো ফালৰপৰাই হেমচন্দ্ৰ আৰু লক্ষ্মীনাথৰ বৰ সৰহ মিল দেখা পোৱা যায়। হেমচন্দ্ৰৰ অন্ত-কাল লক্ষ্মীনাথৰ

উপৰন্ত সময় হ'লেও হেমচন্দ্ৰৰ সময়ৰ অসমীয়া সমাজ লক্ষ্মীনাথৰ সময়লৈ বেছি পৰিবৰ্তিত হৈ পৰা নাছিল। গতিকে অসমীয়া সমাজৰ একেবোৰ কুসংস্কাৰৰ বাহককে হেমচন্দ্ৰ বৰুৱাই থকা-সৰকা কৰাৰ পিছতো লক্ষ্মীনাথ বেজবৰুৱাই কৃপাবৰ ৰূপে আক্ৰমণ কৰিবলৈ এৰি দিয়া নাই। আনকালে লক্ষ্মীনাথ বেজবৰুৱাই 'বুৰবুৰণি'ৰ এটি প্ৰবন্ধত কৈছে,—"সঁচা কথা ক'বলৈ গ লে, এই পৃথিবীত তিনিজন মানুহে হাঁহিব জানিছিল। প্ৰথমজন পুৰণিকলীয়া গ্ৰীচ দেশত আছিল। তেওঁৰ নাম এৰিস্টফেনিছ (Aristophanes)। দ্বিতীয়জন স্পেইনত আছিল, তেওঁৰ নাম চাৰ্ভেন্টিছ (Cervantes)। তৃতীয়জন জন বুলৰ দেশত আছিল। তেওঁৰ নাম জনাথন ছুইফট্ (Jonathan Swift)।" এই উক্তিত এই তিনিজন satiristৰ বিষয়-বস্তুতকৈ কৌশলকহে প্ৰশংসা কৰা হৈছে বুলি আমি ধৰিছোঁ। তেওঁলোকৰ মতামত বা মনোবৃত্তিৰ লগত তেওঁৰ কুটুম্বিতা বৰ ঘন হ'ব নোৱাৰে। বিদ্ৰূপ অস্ত্ৰৰ পৰিচালক ৰূপে এৰিস্টফেনিছৰ সূক্ষ্ম কৌশল আৰু আমোদদায়ক কল্পনা অতুলনীয়। কিন্তু 'ডাৱৰ (*The Cloud*) নামৰ কমেডিত তেওঁ যিদৰে ছক্ৰেটিছ আদিক অতি সাধাৰণ শ্ৰেণীৰ লেখকৰ লগত লেটিয়াই সেই সময়ৰ চিন্তা জগতৰ নতুন আলোড়নক নিন্দা কৰিছিল, তালৈ লক্ষ্য কৰিলে তেওঁৰ আধ্যাত্মিক পৰিসৰ বহল যেন লাগে। আন বিষয়-বস্তুৰ আলোচনায়ো তেওঁক সংৰক্ষণশীল সমাজৰ পুৰোহিত ৰূপে মাত্ৰ দৰ্শায়।

চাৰ্ভেন্টিছৰ জীৱনৰ বিষয়ে বেছি কথা জনা নেযায়। কিন্তু তেওঁৰ সাংসাৰিক জীৱন বিফলতাৰ সমষ্টি। ডেকা বয়সত সৈনিক-ৰূপে ভৰ্তি হৈ লেপাণ্টৰ যুদ্ধত জৰৰ গাৰে যুজি তেওঁ বুকত দুটা গুলী আৰু সোঁ হাতত এটা গুলী খায়, আৰু তেওঁৰ সোঁহাত চিৰকাললৈ ঘূণীয়া হয়। ইয়াৰ পিছত Moorইঁতে তেওঁক এলজেৰিয়ালৈ ধৰি নিয়ে, তাত গুলাবৰ নানা কন্দি কৰিও পলাব নোৱাৰি পাঁচ বছৰ বন্দী হৈ থাকে, আৰু শেষত কোনোমতে উদ্ধাৰ পাই স্পেইনলৈ ঘূৰে আৰু পিছৰ জীৱনত হেঁচাচোঁচোৰোকাকৈ

চৰ্কাৰী চাকৰি কৰি, নাট-কবিতা লিখি দুখীয়া লেখকৰ জীৱন যাপন কৰে আৰু দুবাৰো বন্নাঘৰীয়া ঋণৰত পৰি Sevilleৰ জেলত সোমায়। ১৬০৫ চনত *Don Quixote* ওলোৱাত তেওঁৰ খ্যাতি হল, ধন নহ'ল। ১৬১৫ চনত তাৰ দ্বিতীয় ভাগ ওলোৱাৰ পিছৰ বছৰত তেওঁৰ মৃত্যু হয় ( Shakespeareৰ মৃত্যুৰ দিনাখনেই )।

চাৰ্ভেণ্টিছে লা মাঞ্চা গাঁৱৰ Knight Don Quixote আৰু তেওঁৰ বিষয়া Sancho Panzaৰ কাহিনীৰ যোগেদি knight errantryৰ আতিশয্যৰ হাস্যকৰতা দেখুৱাবলৈ যত্ন কৰিছে বুলি সাধাৰণতে ভাবিব পাৰি। কিন্তু আন সময়ত চাৰ্ভেণ্টিছৰ ৰচনা দুখৰীয়াখাণ্ডাৰ দৰে যেন লাগে আৰু এই দুই বীৰক ইঁহাৰ লগতে যেন আমি নিজকেই হাঁহি পেলাইছোঁ। knightজনৰ আদৰ্শবাদে জগতৰ সৰু বৰ সকলো বস্তুকে সমান ডাঙৰ দৃষ্টিৰে চায় আৰু squire-জনৰ বাস্তৱবাদে জগতখনকে একেবাৰেই উকা চকুৰে চায়। এই দুই দৃষ্টিৰ মাজতেই সামৰ খোৱা জীৱনৰ প্ৰতি মানুহৰ সকলো বিভিন্ন দৃষ্টিভংগীৰ ওপৰত চাৰ্ভেণ্টিছৰ যেন কঠোৰ কটাক্ষপাত, জীৱনৰ সকলো বিশ্বাস আৰু অবিশ্বাসৰ প্ৰতি যেন এক সূক্ষ্ম বিদ্ৰূপ।

আৰু চুইফ্‌ট? চুইফ্‌টৰ জীৱন এটা দুস্বপ্ন, আৰু তেওঁৰ ৰচনা সেই কুস্বপ্নৰ দুৰ্ভাৱনা। মানৱ বিদ্বেষ তেওঁৰ তেজৰ সোঁতত উটি ফুৰিছিল। তেওঁৰ *Gulliver's Travels* সমস্ত মানৱ জাতিৰ প্ৰতি এক প্ৰতিশোধৰ বহ্নি-স্বৰূপ। এই পুথিত তেওঁ সাময়িক ৰাজনীতি, জ্ঞান বিজ্ঞানৰ চৰ্চাকো হাঁহি মানুহক ঘৃণনীয় এটা কীট কৰি দেখুৱাইছে। তেওঁ অতি তিক্ত আৰু অমাৰ্জিতভাৱে তিৰোতাৰ বিষয়ে satire লিখিছে আৰু কেঁচুৱা ল'ৰা-ছোৱালী কাটি-বাছি কেনেকৈ ৰান্ধি খাব পাৰি, তাৰ বৰ্ণনা দিছে। Thackerayএ এঠাইত কৈছে, তেওঁ শ্বেক্সপিয়েৰৰ জোতাৰ বং হ'বলৈও ভাল পাব, কিন্তু চুইফ্‌টৰ লগত থকাৰ কথাটোকে তেওঁ পছন্দ নকৰে। চুইফ্‌টৰ satire এনেই মাৰাত্মক!

চাৰ্ভেণ্টিছ বা চুইফ্‌টৰ জীৱনৰ প্ৰতি বিতৃষ্ণা আৰু এৰিষ্টফেনিছৰ

সংৰক্ষণশীলতা বেজবৰুৱাৰ নহয়। দেশৰ প্ৰতি প্ৰবল অনুৰাগ তেওঁৰ সমালোচনাৰ মূল ভিত্তি। তেওঁৰ নিজৰ জীৱন লৈ ক'তো বৈৰাগ্যৰ বা তিক্ততাৰ ভাব নাই। হাঁহি ( অনেক সময়ত fun ) যেন তেওঁৰ এক স্বাভাৱিক বৃত্তি। তেওঁৰ হিউমাৰৰ প্ৰকাশত অনেক সময়তে অসমীয়া গুণ বৰ্তমান। বেজবৰুৱাৰ হাঁহিৰ পাছফালে তেওঁৰ সুস্থ-সবল দেহ। সেই দেহৰ প্ৰফুল্লতাই তেওঁক প্ৰায় প্ৰত্যেক কথাতেই হাঁহিৰ জাউৰি তুলিবলৈ সকীয়াইছিল। দেশৰ গৌৰৱ-স্বৰূপ পণ্ডিত আনন্দৰাম বৰুৱাৰ জীৱনীতো তেওঁ এটি কৃপাবৰী তাণ্ডৱণ ওলাইছিল। গহীন কথাতো পাতলালি সোমোৱাৰ কথাটো 'ভাৰত উদ্ধাৰ' প্ৰবন্ধত বৰবৰুৱাৰ বৰপেটক পানীৰ তল খাব নোখোজা গংগা নৈৰ 'লাইফবই'ৰ লগত তুলনা কৰি তেওঁ স্বীকাৰ কৰিছে।

হেমচন্দ্ৰ বৰুৱাৰ দৰেই লক্ষ্মীনাথ বেজবৰুৱা সামাজিক কুসংস্কাৰ আৰু নিকপকপীয়ালিৰ শত্ৰু। 'কাকতৰ টোপোলা'ত তেওঁ কুসংস্কাৰাচ্ছন্ন আৰু অশিক্ষিত ভেমৰ টোপোলাৰ নিচিনা সত্ৰীয়া গোসাঁই আৰু পুৰোহিত শ্ৰেণী দুটাক আক্ৰমণ কৰিছে 'সমাজিক' প্ৰবন্ধত। 'নোমল' নামৰ নাটিকাৰ এটা দৃশ্যত গোসাঁইসকলৰ ভেম আৰু অ-শিক্ষাক ব্যংগ কৰা হৈছে। 'অসমীয়া জাতি ডাঙৰ জাতি' প্ৰবন্ধত অসমীযাৰ দোষবোৰ খুচৰি খুচৰি হাঁহিয়াতৰ পাত্ৰ কৰা হৈছে, আৰু আন ৰচনাতো অসমীয়াৰ প্ৰতি এই বিদ্ৰূপ বেজবৰুৱাৰ satiric vein বা ব্যংগৰ সুৰৰ লগতে সোমাই আছে। বিয়া-সম্পৰ্কীয় অসমীয়া সমাজৰ কুসংস্কাৰবোৰ 'বৰবৰুৱ'ৰ বিয়া' প্ৰবন্ধত উজাৰি দিয়া হৈছে। মিছা উপাধি লৈ মিছা গৌৰৱ কৰি সমাজত মোট সলাই থকাসকলে কৃপাবৰৰ মনক বৰ আছুকাল কৰিছিল। 'কাকতৰ টোপোলা'ৰ 'সমাজিক' প্ৰবন্ধ আৰু 'জোনবিৰি'ৰ 'ভোকেন্দ্ৰ বৰুৱা' গল্পত এই আছুকালৰ হাত এৰাবলৈ যত্ন কৰা যেন লাগে। অসমত বাতৰি কাকত আৰু আলোচনী চলোৱাটো কেনে দুৰ্যোগৰ কাম, সেই দৈ বেজবৰুৱাই অনেক ঠাইত satire সৃষ্টি কৰিছে—'সমাজিক', 'বাতৰি

কাকতৰ জাননী', 'জীৱিকাৰ উপায়', 'উষা আইটিলৈ এখন মুকলি চিঠি' আদি প্ৰবন্ধত আৰু 'বাঁহী'ৰ পাতত ওলোৱা 'ভি' পি' ভালুকে খালে ঐ আদি কাৰ্টুন আৰু ব্যংগ কবিতাত সেই দুৰ্যোগৰ স্বপ্ন বাবেপতি উক্ দিছে। এসময়ত 'বাঁহী'ৰ এই কাৰ্টুন আৰু কবিতা বৰ উপাদেয় হৈ পৰিছিল। তাৰ ভিতৰত 'হৰ্ণবুলৰ গাড়্যাৰোহণ', 'মুৰ শুধৰণী বিভ্ৰাট' আদিত ব্যক্তিগত আক্ৰমণৰ গোন্ধো কোনোৱে পায়। 'চালনী আৰু বেজী' নামৰ কবিতা আৰু নোবেল প্ৰাইজ বিষয়ক 'বুৰবুৰণি'ৰ প্ৰবন্ধয়ো ব্যক্তি-বিশেষৰ প্ৰতি লক্ষ্য কৰা যেন লাগে। 'আমাৰ জন্মভূমি' নামৰ কবিতা দ্বিজেন্দ্ৰলাল ৰায়ৰ পেৰডি।

'কাকতৰ টোপোলা'ত অসম আৰু অসমীয়া সমাজ সম্পৰ্কীয় সমালোচনা আৰু ব্যংগই বহল ঠাই অধিকাৰ কৰিছে। 'কৃপাবৰ বৰুৱাৰ ওভতনি'ত তেওঁ ভাৰতীয় আৰু ৰাজনৈতিক বিষয়ত গহীনকৈ প্ৰৱেশ কৰিছে আৰু অৱতাৰ', 'ভাৰত-উদ্ধাৰ' আৰু 'বন্দে মাতৰম্' আদি প্ৰবন্ধত এইবোৰ বিষয়ৰ বোল ডাঠভাৱেই পৰিছে। কিন্তু এই পুথিৰ বেছিভাগ প্ৰবন্ধতে অন্য বিষয় আৰু লঘু হাস্যৰ অৱতাৰণা কৰা হৈছে। 'কবিতা দেৱী' নামৰ কবিতাত ভোলানাথ দাসৰ 'চিন্তা-তৰংগিনী'ৰ ভাষা আৰু বিষয়-বস্তুৰ ওপৰত কটাক্ষপাত কৰা হৈছে। ১৯৩০ চনৰপৰাই কৃপাবৰ বৰুৱাৰ 'বুৰবুৰণি' নামৰ প্ৰবন্ধবোৰ 'বাঁহী' আৰু দুটা-এটা 'আৱাহন'ত ওলাবলৈ ধৰে। এই সময়ত পূৰ্ণ স্বৰাজ, গান্ধী-আৰউইন আলোচনা, ঘূৰণীয়া মেজ-মেল, সাম্প্ৰদায়িক ভাগ-বাটোৱাৰা, আইন অমান্য আন্দোলন লৈ দেশ উতলা। দেশৰ কুশল-অকুশল লৈ ব্যস্ত বেজবৰুৱাৰ মনত ৰাজনৈতিক চিন্তাৰ বুৰবুৰণি উঠিছিল। তাৰ ফলেই হ'ল এই 'বুৰবুৰণি' প্ৰবন্ধবোৰ। সিবোৰৰ মাজত আন ধৰণৰ চিন্তাৰ বাবেও অৱকাশ নোহোৱা নহয়। এই সময়ৰ ৰচনাবোৰৰ এটা বিশিষ্ট লক্ষণ—সিবোৰত satire এটা বিশিষ্ট ৰূপত নাথাকি satiric vein বা ব্যংগৰ সুৰৰ ৰূপ লৈছে। অনেক সময়ত বেজবৰুৱাৰ নিজৰ মতামত অস্পষ্ট হৈয়ে ৰৈছে।

# ৰবৰুৱাৰ হাঁহিৰ ছলেৰে বেজবৰুৱাই কান্দি পঠিয়ালে

বনৰীয়া বনগীতৰ প্ৰেমিকৰ প্ৰকাশ ঐশ্বৰ্যপূৰ্ণ এইআষাৰি বাণী হাঁহিৰ ছলেৰে কান্দি পঠিয়ালো চেনাইক পানীঘাটত দেখি। এই হাঁহিৰ কাৰুণ্য চকুপানীতকৈও গভীৰ, too deep for tears লক্ষ্মীনাথ বেজবৰুৱাই কৃপাবৰ বৰবৰুৱাৰ সাজপাৰ পিন্ধি অমুকক হাঁহিলে, ঠাট্টা-মস্কৰা কৰিলে, জোকালে, বহুৰা সাজিলে, tease কৰিলে, lampoon কৰিলে। কিন্তু কিয় কৰিলে? বেয়া পায় কাৰণে কৰিলে নে ভাল পায় কাৰণে এনে কৰিলে? বেয়া পাই যদি কৰিছে, তেন্তে সেই কৰাত তিক্ততা আছে, বিহ আছে। যদি চেনেহত কৰিছে, তেওঁ হাঁহিয়াতৰ পাত্ৰসকলৰ দেখোন বুকুৰ কুটুম।

আকৌ, বেজবৰুৱাইনো আকৌ কৃপাবৰ বৰবৰুৱাৰ কোট পটলুং পিন্ধে কেলেই? বেজবৰুৱা আৰু বৰবৰুৱা দুটা ব্যক্তিত্বনেকি? নে একেচকলা ৰূপৰে ইলুটি আৰু সিলুটি?

আৰু বেজবৰবৰুৱাৰ এই হাঁহিবোৰ কি জাতৰ? আমাৰ সমালোচক-সকলৰ প্ৰায়জনেই বৰ আহ্লাদেৰে হাস্যৰস শব্দটি প্ৰয়োগ কৰিছে। আমিও কৰিছোঁনেকি। বেজবৰুৱাই নিজেও তাক কামত লগাইছে। কিন্তু হিউমাৰক, বেজবৰুৱাৰ হিউমাৰকো হাস্যৰস বোলাটো বোধ হয় উচিত হোৱা নাই। হাস্যৰসক নৱৰসৰ ভিতৰত ধৰা হলেও সংস্কৃত আলংকাৰিকসকলৰ ওচৰতে তাৰ বৰ বেছি সন্মান নাই। সি উপৰঞ্জক ৰস, pseudo-aesthetic sentiment আন কি, নাট্যশাস্ত্ৰতো যথেষ্ট ইংগিত আছে, হাস্যৰসৰ আস্বাদ নীচ প্ৰকৃতিৰসকলেহে পায়। 'স্ত্ৰী-নীচ প্ৰকৃতাৱেৰ ভূয়িষ্ঠং দৃশ্যতে ৰস।' গতিকে উচ্চ ৰুচিবোধৰ লোকৰ তাত ৰুচি নবহে। বিশ্বনাথ কবিৰাজেও বাহ্যিক বিকৃতিতহে হাস্যৰসৰ বিকাশ

দেখা পাইছে 'বিকৃতাকাৰ-বাগ্‌ৱেশ-চেষ্টাদে' কুহকাত্তৰেত্‌ হাসো।' বাহিৰৰ আকাৰ, কথা, সাজপাৰ, হস্তাদিৰ ভংগী আদি বিকৃত হোৱা দেখা পালে আমাৰ যি বোধ অনুভৱ হয়, সি নিতান্ত বাহ্য প্ৰকৃতিৰ। আন ৰসত যেনেকৈ নায়ক-নায়িকাৰ ভাব আৰু সহৃদয় ৰসগ্ৰাহীৰ ভাবৰ সাধাৰণীকাৰণ ঘটে, হাস্যৰ হাস তেনে পৰ্যায়লৈ নুঠে। ইংৰাজীৰ হিউমাৰ শব্দ সংস্কৃতৰ এই হাস্যৰস শব্দৰ লগত চামিল্ কৰিবলৈ যোৱাটো এইদৰে হাঁহিৰ বস্তুহে হৈ পৰে! তেনেহ'লেনো হিউমাৰ শব্দৰ অসমীয়া কি হ'ল? সেইটি থাওকতে বিচাৰি নাপাই আমি ম'ত লাগে হিউমাৰ শব্দকে ব্যৱহাৰ নকৰোঁ কিয়? ন'হলে হিউমাৰৰ যিমান পৰ্যায় বিভাগ কৰা হয় বা কৰিব পাৰি, হাস্যৰস বুলিলে বোবাৰি, সি মাথোন body humour অৰ মাত্ৰাতে বৈ যায়, intellectual humour-অৰ শাৰীলৈকে নুঠেগৈ। হাস্যৰ ভাগ মাথোন স্মিত, হসিত, অপহসিত, অতিহসিত আদি কৰা হৈছে, তেনে শ্ৰেণী-বিভাজনে হিউমাৰৰ সূক্ষ্ম ভাগবোৰ সুবিধাজনকভাৱে নাসামৰে। হয়তো হ'ব পাৰে, ভাৰতীয় চিন্তাশীলসকল বৰ বেছি গহীন, তেওঁলোকৰ চিন্তাৰ লগত হাঁহিৰ আমেজৰ পোনপটীয়া সম্পৰ্ক বৰ নাই।

থাওক, আৰু কথা নবঢাওঁ। বেজবৰুৱাৰ হিউমাৰক হাস্যৰস বোলাৰ প্ৰতিবাদত মাথোন এই পাতনি মেলা গৈছিল।

বেজবৰুৱাৰ হাস-জড়িত লেখা আলোচনা কৰাৰ আগতে কেইটামান কথা মন কৰিব লগীয়া। তাকেই ইয়াত আলচোঁ।

এক, লক্ষ্মীনাথ বেজবৰুৱা আৰু কৃপাবৰ বৰবৰুৱা দুটি ব্যক্তিৰ নহয়, বা একে ব্যক্তিৰে split বা বিবোধ-খণ্ডিত ৰূপ নহয়। বৰং একেখন বামঘেনুৰে বস্তৰ সামমিহলি মাথোন। বেজবৰুৱাই নিজেও এই ৰূপ-ৰূপান্তৰক বেলেগ কৰি ৰাখিবৰ যত্ন নকৰিছিল। আন কি, কবি ভূৰন্তলৈ (নে আগৰৱালালৈ) লেখা যথেষ্ট অনুভূতি সনা (যত্ত তেওঁৰ প্ৰথম সন্ততি সুৰভিৰ করুণ সোঁৱৰণি বিবিজি উঠিছে) এখনি চিঠিৰ তলত

স্বাক্ষৰ কৰি পেলাইছে—কৃপাবৰ বৰবৰুৱা। আৰু হেনো তেওঁ ১৯৩১ চনত শিৱসাগৰত অসম সাহিত্য সভাৰ বৰপেটাইৰ বৰমাননি ল বলৈ আহোঁতে তেওঁৰ হাঁতে কৃপাবৰ তেওঁৰ পিছফালে লুকাই আছিল।

দ্বিতীয় কথা, তেওঁৰ হাঁহিৰ ঘাই উহ তেওঁৰ স্বাস্থ্যৰে ভৰপূৰ শৰীৰ।

তৃতীয় কথা, তেওঁৰ হাঁহিৰ অতিকৈ ঘাই উহ তেওঁৰ স্বাস্থ্যৰে ভৰপূৰ মন আৰু নিৰ্ভীক আৰু নিৰ্মল এখনি হৃদয়। zest for life তেওঁৰ অত্যন্ত বেছি। খোৱা-বোৱা, পিন্ধা-উৰাত তেওঁৰ অত্যন্ত হাপ। আলসুৱা তেওঁ একণিকো নাছিল। সককালৰ তেওঁৰ ব্যস্ততকৈ ব্যতিব্যস্ত দিনটীয়া কামৰ ফৰ্দ তেওঁ আমাক জীৱন সোঁৱৰণত দিছেই। তাৰ উপৰি, সাঁতোৰা, গছ বগোৱা আদি ল'ৰালি উৎপাতবোৰতো আছেই। বুঢ়া বয়সতো তেওঁ পত্নী-কন্যাসকলৰ আঁচলত-জীউ-বান্ধিব-লগীয়া অৱস্থা কৰি সম্বলপুৰৰ মহানদী সাঁতুৰি ইপাৰ-সিপাৰ হৈছিল। জোলা বৰুৱাৰ লগত, বাৰ্ড এণ্ড কোম্পানিৰ তলত আৰু স্বাধীনভাৱে ব্যৱসায় কৰা কালত তেওঁ কঠোৰ পৰিশ্ৰম কৰিব লগীয়া হৈছিল। খাবন-শোবনো কেতিয়াবা হেৰাইছিল। কিন্তু তালৈ ভ্ৰূক্ষেপ নাছিল। তেওঁৰ স্বাস্থ্যৱান শৰীৰতো ডেকাকালৰেপৰা ঘূণে ধৰিছিল। কলিক্ বিষে খামুচি ধৰিছিল। বদহজমিয়ে আহুকাল দিছিল। মেলেৰিয়াই ধৃতৰাষ্ট্ৰৰ সাবটেৰে সাবটি কুঁহিয়াৰ শালৰ ভীমে চেপাদি চেপি পেলাইছিল। শেহত আহিছিল duodenal ulcer, অন্ত্ৰৰ ক্ষত। তেওঁ বিপদৰ সমুখীন হৈছে কতবাৰ। কতবাৰ তেওঁ বিপদৰ কাষৰি কাটি প্ৰাণ লৈ সাৰিছিল। দুই তিনি হেজাৰৰ চিকাকপ আৰু ভঙনীয়া লৈ তেওঁ চোৰ-ডকাইতৰ মাজেদি দিনে-নিশায় বেলত ঘূৰিছিল। নিজৰ শৰীৰৰ বা আনৰ গাৰপৰা তেজ এটোপা ওলোৱা দেখিলে যিজন বিতত হৈছিল, তেওঁ ঘটনাৰ পাকত পৰি বন্দুক ধৰি বাঘ, বৰা, মেখোন চিকাৰ কৰি মতলীয়া হৈছিল। সম্বলপুৰত হাবিতলীয়া হৈ থাকি তেওঁ ছুৰবা কবিলৈ লেখিছে, "মই বনবাসী বনৰীয়া। বনত বনফুল দেখোঁ। কিন্তু তুলিব নোৱাৰোঁ, উপভোগ

অৱশ্যে আগেয়ে তাক সপৰিবাৰে উদ্ধাৰ কৰিবলৈ তাৰ গুৰিত যৰকুঠাৰ মাৰোঁ। মোৰ কাৰ্য দেখি দৈত্যই হাঁহে, দেৱতাই কান্দে। মই থিবাংকৈ ক'ব পাৰোঁ, তুমি আৰু মানুহেও দেখিলে কান্দিবাহঁক।' জীৱনযে তেওঁৰ প্ৰতি সদয় আছিল, সেইটো নহয়। বৰং জীৱনৰ ভয়ংকৰ ৰূপহে তেওঁ সততে দেখা পাইছিল, কিন্তু আতংকিত হৈ জীৱন-যুঁজ এৰি দিয়া নাছিল। যাৰ ওপৰত তেওঁৰ নিবিড়তম আস্থা স্থাপন কৰিছিল, তেনে লোকো তেওঁৰপৰা হেলাৰঙে আঁতৰি গৈছিল, তেওঁৰ দলনিত পোনা মেলা অৱস্থা উপস্থিত হৈছিল। কিন্তু তেওঁৰ হাবিৰৰ নাই। মানুহৰ আপোনপেটীয়া স্বভাৱ আৰু অৱস্থাৰ পৰিহাস, দুইটা আহি তেওঁক ভ্ৰূকুটি কুটিল মুখ দেখুৱাইছিল। বাৰ্ডৰ কামত এবাৰ অসমৰ হাবিৰ মাজৰপৰা তেওঁ পত্নীলৈ চিঠি লিখিছে, ' ডাক্তার আমাকে অনেক কথা বলে দুঃখ করলে যে আমাকে এরকম ভয়ানক জংগলে পাঠান হয়েছে। এই জংগলের জল হাওয়া ভয়ানক খারাপ ইত্যাদি। এখানে থাকা dangerous। আমি ঠিক করেছি, যা থাকে কপালে, আমি আর এখানে কাজ করব না। বেটারা ভারী selfish' এনে সময়ত তেওঁক গভীৰ ঈশ্বৰ বিশ্বাসে বল দি ৰাখিছিল। এবাৰ বাঘ চিকাৰ কৰিবলৈ যাওঁতে চাঙৰ ওপৰৰপৰা তেওঁৰ বন্দুকযে সৰি পৰিলেই, নিজেও তললৈ টলপকৈ সৰি পৰিল। কিন্তু এই ঘটনাৰ পিছত তেওঁৰ খবৰ ল বলৈ উৰ্ধ্বশ্বাসে যোৱাসকলে তেওঁৰ হাঁহিমুখ দেখি দুৰ্ঘটনাৰ কথা ভাবিবই নোৱৰা হয়। তেওঁৰ জোৱায়েক সত্যব্ৰত মুখাৰ্জীয়ে এবাৰ কোৱা মনত আছে, বেজবৰুৱা যেতিয়া জীৱন-যুঁজত ভাগৰি পৰাৰ দৰে হয়, আৰ্থিক সংকটেও তেওঁক হেচা মাৰি ধৰেহি, সেই সময়তহে বেছিকৈ তেওঁ ধেমালিৰ লেখাবিলাক লেখিছিল। তেওঁৰ হাঁহি যেন জীৱনৰ দুখ মথি ওলাই আহি কণ্ঠৰ নীল হৈ শোভা পাইছিল। তেওঁ জীৱনৰ ওচৰত পৰাজয় মানিবলৈ সমুলি বাজি নহয়। মৰণেৰে অৱশ্যে আগি জীৱনেহে নিজে পৰাজয় মানি তেওঁক অমৰ কৰি গ'ল।

তেওঁৰ চেনেহৰ বন্ধু কবিয়ে গাইছিল, 'হাঁহি আৰু চকুলোৰ [illegible] মিলন, সেয়ে হায় মানব জীৱন।' বেজবৰুৱায়ো এই মিলন পদে পদে দেখা পাইছিল, কিন্তু তাত তেওঁৰ কোনো 'হায়' বা হুমুনিয়াহ নাছিল, তাৰ কাৰণ্যই তেওঁক চেনেহেৰে সাবটিব খুজিলতো তেওঁ হুই ল'ৰাটি হৈ সেই সাবটনিপৰা এৰাই সাৰি দূৰত হাঁহিটি মাৰিছিলগৈ। এই বিষয়ত তেওঁ তুৰবাৰ লগৰীয়া সমূলে নহয়, বৰং তেওঁ তেওঁৰ প্ৰাণৰ বন্ধু কবি চন্দ্ৰকুমাৰৰহে সংগত। ১৯২০ চনৰ আগভাগতে তেওঁ বন্ধু ঘনশ্যাম বৰুৱালৈ বুকু ভঙা এটি বিয়োগৰ বতৰা দিছে, যিটি পাই ঘনশ্যামে লেখিছে, "tears rolled down my cheeks", কিন্তু লগতে এইটোও স্বীকাৰ কৰিছে, "I am glad also that you are in full Anandam and that divine Sree Krishna has got hold of your heart" বন্ধুৱে বন্ধুক ভালকৈয়ে চিনিছিল, মহাবৈষ্ণৱ দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ ল'ৰাৰ জীৱনত 'নাচে কৃষ্ণাই কালীৰ শিৰত চৰণ চলাই।' বৰুৱাদেৱে কোৱা এই আনন্দম্-এই যেন লক্ষ্মীনাথৰ জীৱনৰ দান-গ্ৰহণৰ মূলমন্ত্ৰ। জীৱনে যদি তেওঁৰ লগত ধুষ্টালি কৰিছে, তেওঁক কন্দুৱাবলৈ প্ৰাণপণে যত্ন কৰিছে তেওঁ কিয় সেই ধুষ্টালিক বাট এৰি দি বোহ ঘৰৰ তুৱাৰ ডাং মাৰি সোমাই থাকিব?

যতীন্দ্ৰনাথ দুৱৰালৈ লেখা এখন চিঠিত সেই পেনপেনীয়া কৰিক বেজবৰুৱাই সুধিছে, "তোমালোকৰ ফালে বেজাৰৰ ভাও ইমান সস্তা কিয়? আমাৰ ফালে হলে বৰ মৰগ—জুই-ছাই। সেই দেখি আমি তেনে বস্তু কিনিবলৈকে এৰি দিছো। 'আনন্দ-লাড়ু'বোৰ কিন্তু এইফালে দ'মাই পোৱা যায়, বৰ সস্তাত। তাকে এঅঁৰা দুঅঁৰা আমি কিনি খাই বেছ আছোঁ। কবিয়ে ব্ৰহ্মাৰপৰা দান পাইছে, বাগৰি বাগৰি শোৱক। বৰবৰুৱাই সচ্চিদানন্দৰপৰা দান পাইছে, বাগৰি বাগৰি হাঁহক। আজিলৈ মেলানি মাগি হাঁহিবলৈ যাওঁ আৰু তুমি শোৱাগৈ, তোমাৰ চকু মুদ খাই আহিছে দেহি" (২০ এপ্ৰিল ১৯০৫)।

কোনোৱে ভাবিবৰ অৱসৰ বিচাৰিব পাৰে, বেজবৰুৱাই যেতিয়া সদায় হাঁহিয়েই থাকে—কেতিয়াবা চেক্‌চেক্‌কৈ, কেতিয়াবা খিল্‌খিল্‌কৈ, কেতিয়াবা খুক্‌খুক্‌কৈ, কেতিয়াবা মিচমিচকৈ—তেওঁ নিশ্চয় জীৱনৰ গভীৰলৈ সোমাব পৰাৰ ক্ষমতাৰ অধিকাৰী নাছিল। কিন্তু সি নহয়। কি চিন্তাত, কি অনুভূতিত, জীৱনৰ তলি স্পৰ্শ কৰা কৃতি তেওঁৰ আছে। মাথোন তেওঁ জীৱনক সেই আনন্দমেৰে, হাঁহিমুখীয়া সাহসিকতাৰে গ্ৰহণ কৰিবৰ প্ৰয়াসত ৰত আছিল। এই প্ৰয়াসকে তেওঁ নিজে 'ছেলেমানুষি' আখ্যা দিছে। তেওঁ যেন বয়সৰ লগত বুঢ়া ন'হবলৈ শক্তিশালী প্ৰস্তাব এটা গ্ৰহণ কৰি থৈছে। জীৱনৰ কঠোৰ সংগ্ৰাম আৰু ব্যস্ততাৰ মাজত তেওঁ অজস্ৰ চিঠি লেখিছিল, সাহিত্য সৃষ্টি কৰিছিল। এই চিঠি আৰু সাহিত্য হ'ল যেন ঘোৰ বৰষাৰ ডাঠ ডাৱৰৰ দাঁতিৰ ৰ'দৰ ৰেঙণি। 'বাঁহী' চলাবৰ বাবে তেওঁ প্ৰবন্ধ নেলেখিলেই নহয়, চন্দ্ৰকুমাৰ আগৰৱালাৰপৰা হেচাৰ উপৰি হেচা "বৰষুণত ঘৰতে বন্ধ হৈ থাকি প্ৰবন্ধকে লেখিছা বুলি জানিছোঁ—'বাঁহী'লৈ লেখা এসোপা পাই মই অসমীয়া'ত তুলি দিলো—বেয়া নেপাবা । আৰু তোমাৰ গুৱালপাৰাৰ কথাখিনিও চুৰ নকৰি নোৱাৰিলো—অৱশ্যে তোমাৰ বিনা অনুমতিতে নামটোও দিলো। বেয়া নেপাবা দেই—মোৰ সোণ। মই ইয়াত যি অৱস্থাত পৰিছোঁ—ভাবি ল'বা। মই চিঠি নিলিখা মানুহটোৱে দেখিছা, কিথন কৰিছো—তোমাক ততকে দিয়া নাই—প্ৰবন্ধ লাগে, প্ৰবন্ধ লাগে, কেৱল এই কথা। তুমিও ইমানবোৰ প্ৰবন্ধকেযে লেখিছা—সেইহে বাঁহী' সময়মতে ওলাইছে" (ছেপ্টেম্বৰ ১৯৩১)। আগৰৱালাই এই কথাটোও কোনোবা এখন চিঠিত লেখিছিল যে বেজবৰুৱাৰ কলমৰ আগেদি যি ওলায় সাহিত্য হৈয়ে ওলায়। তাৰ কাৰণ বোধ হয় এয়ে যে তেওঁ জীয়া জীৱনটোকে ভাত হোলোকা হোলোকে বাকি দিছিল। তাৰ মাজত হাঁহিৰ এস্ফুৰ্তি, চিন্তাৰ এস্ফুৰ্তি, অনুভূতিৰ এস্ফুৰ্তি, আঁচি জীৱনৰ স্ফুৰ্তি বৈ আহিছিল।

তেওঁৰ জীৱনৰ এক পূৰ্ণ আভাস দিব তেওঁৰ চিঠিবোৰে। পত্নী আৰু কন্যাসকললৈ তেওঁ পোনতে ইংৰাজীত চিঠি লেখিছিল, পিছলৈ বঙলাতে লেখা হ'ল। প্ৰজ্ঞাসুন্দৰী দেবীক পোনৰ চিঠিবোৰত 'প্ৰজ্ঞা' বুলি আৰু পিছৰবোৰত 'পৰি' ( পৰী ) বুলি নিজে সজা নামেৰে সম্বোধন কৰা হ'ল, কেতিয়াবা 'প বা 'P' বুলিয়ে সেই কাম কৰিছিল। বহুত চিঠিত আকৌ সেই সম্বোধন ধেমালিত পৰিণত হৈছিল— যেনে, 'বলি ও পটলাৰ মা', 'বলি ও ব্ৰাহ্মণি, 'বলি ও বড় গিন্নি', "ও কেলাৰাম গিন্নি', 'ও আমার সাধেৰ গিন্নি এবং নতুন গিন্নি ৰত্না দেবীৰ মা', ইত্যাদি। এখন চিঠিত চহী নকৰি লিখিছে, 'আজ আৰ সহি কৰব না। চেনা বামুণেৰ পৈতাৰ দৰকাৰ কি? এখন চিঠিত সম্বোধনৰ ঠাইত উঁৰণীয়া এজনী অপেচৰা আঁকি দিছে পৰী বুজাবলৈ। চিঠিৰ শেষৰ স্বাক্ষৰত কেতিয়াবা 'লক্ষ্মীনাথ' কেতিয়াবা 'ল' বা 'L' কেতিয়াবা আকৌ ধেমালিতে 'তোমাৰ আমি', 'শ্ৰীআমিৰাম', 'শ্ৰীফেলাৰাম শৰ্মা', 'শ্ৰীঘোড়াৰ ডিম', 'শ্ৰী P+L ( not Roy but Bezbaroa ), ছুৱাবালৈ দিয়া এখন চিঠিত 'কৃপাবৰ', এখনত অকলশৰীয়া পত্নী হৈ "হৰ খোজা খছবা', অৰুণালৈ দিয়া এখন চিঠিত 'Papa, the victim of Tooth-ache', সত্যব্ৰতলৈ লেখা এখন চিঠিত তোমাৰ পিতাজীবন, আমাৰ নাতিবাবুৰ দাদাজীবন আৰ অৰুণা মাৰ পাপাজীবন, এই তিন জীবনেৰ সমষ্টি শ্ৰীনিৰ্জীবন।' চিঠিবোৰত সুখ-দুখ সকলো সহাৱস্থান কৰিছে, হাঁহি আৰু কান্দোনে (তাক অৱশ্যে বশীভূত কৰা হৈছে) একে ঘাটে পানী খাইছে লক্ষ্মীনাথ আৰু কৃপাবৰে কঁকালত ধৰাধৰি কৰি চৰণ চলাইছে বা টুইস্ট নাচিছে। এই চিঠিবোৰত আন কি বয়সেও তেওঁৰ হাঁহিত তাল-বাল খাই নিজৰ চিন হেৰুৱাইছে। তিনিকুৰি বছৰত পত্নীলৈ লেখা চিঠিকো তেওঁ প্ৰেমপত্ৰহে বুলিব খুজিছে। "যাক, 'আমি তো বলি ৫০ বছরের বেশি যাদের বয়েস, তাদের প্ৰেমপত্ৰ লেখাটা উচিত নয় । হায়! কেনই বা আমাকে ভগবান জোর জবর্দস্তি

কৰে পঞ্চাশ পেৰিয়ে দিলেন, আর দিয়ে এই সব ছেলেমানুষি মজা দেখছেন, তিনিই জানেন।"

ল'বা-বুঢ়া, গিৰিহঁত-লগুৱা বাছ-বিচাৰ নোহোৱাকৈ সকলোৰে লগত ধেমালি কৰা বেজবৰুৱাৰ স্বভাৱো মূৰ্ত্তি ধৰ্জতে। শেহলৈকে এই স্বভাৱে তেওঁক এৰা দিয়া নাছিল। বিশেষকৈ ৰাতি খাই বৈ উঠাৰ পিছত তেওঁ নিজে নানানটা ভাও ভাওটি কৰি দেখুৱাই নিজেও মজা পাইছিল আৰু সেই মজা আনকো দিছিল। আনক tease কৰা, joke কৰা, জোকোৰা, পেংলাই কৰা আৰু আন কি কেতিয়াবা practical joke কৰা তেওঁৰ স্বভাৱ সিদ্ধ হৈছিল, আৰু এইবোৰৰ পাত্ৰ আছিল তেওঁৰ আপোনবো আপোনজন। ছুৰবা কবি তেওঁৰ বৰ আপোন। কবিৰ মটৰ দুৰ্ঘটনাক তেওঁৰ জীৱনৰ তিনিটা ডাঙৰ মনঃকষ্টৰ এটা বুলি স্বীকাৰ কৰিছে। কিন্তু সেই ছুৰবাকযে জোকাই জোকাই কন্দুৱাই কিমান ধেমালি কৰিছিল। এবাৰ বোলে লগুৱা এটাক ডিনাৰ-টেবুলৰ তলত লুকুৱাই থৈ তাৰ হতুৱাই কবিৰ ভৰিত চিকুট এটা মৰাই সাপে কামোৰাৰ আতংক সৃষ্টি কৰি কবিৰ গাত বাল্টিৰে পানী ঢালি practical joke-অৰ চূড়ান্ত কৰিছিল। এইদৰে tease কৰিবলৈ মানুহ নাপালে তেও অস্বস্তিবোধ কৰিছিল নতুবা কাগজৰ পাততে সেই দাহ পুৰাইছিল। নহলেবা ওড়িয়া বঙালী লগুৱা-গিৰিহঁতৰ ল'ৰা-ছোৱালীবে 'মুজিক স্কুল' বা সংগীত-সংঘ পাতি 'চল চল চল কুঞ্জে কুঞ্জবগামিনী'ৰ তালিম দিছিল। এবাৰ সম্বলপুৰত অকলশৰীয়া পহু হৈ থাকোঁতে ছুৰবা কবিৰপৰা চিঠি আহিল, তেওঁ বোলে বেজবৰুৱাৰ ঘৰত আলহী হবহি। বেজবৰুৱাই স্বস্তিৰ নিশ্বাস কাটি প্ৰজ্ঞাসুন্দৰীলৈ লেখিলে, "আমি মনে বলছি, বহুত আচ্ছা। তবুও একজন লোক পাওয়া যাবে, tease করে বাঁচব।" tease কৰিবলৈ মানুহ নাপালে যেন তেওঁৰ অৱস্থা মৰাৰ বা আধামৰাৰ। ইয়াৰ পিছৰ চিঠিত teasing-অৰ ৰিপোৰ্ট পঢ়ক "যতীন্দ্ৰ চলে গেল, ২৮ তারিখে। সে কদিন গল্পস্বল্পে কাটিয়েছিলাম। যতীন্দ্রর কথে

কষ্ট করণে ভুই তারে বেশ মজা উপভোগ করা গিয়েছিল। একদিন সন্ধ্যার পর dinner table এ যতীন্দ্র কাঁদতে কাঁদতে রয়ে গেছে। আমার সেই teasing habit বেচারা ফুঁপিয়ে কাঁদতে গিয়েছিল, এমন সময় ফুক্ মন্তর পড়ে দিলুম, থেমে গেল। তার পরদিন আর তিনি আমাদের সামনে লজ্জায় মুখ তুলতে পারেন নি। যাক, সব মিটমাট হয়ে গেল। যাবার দিন গাড়ীতে তুলে দিয়ে বললুম, Please forget me altogether সেটা শুনে লাফিয়ে উঠে বললেন, 'আপনাকে কি fo-get ক তে পারি?' বাস্তবিক র এই অক্ষরটা নিয়ে বেচারা বড্ড ব্যতিব্যস্ত। আমাকে বলেছে, তিনি এমন মুলুকে যেতে চান যেখানে র য়ের উপদ্রব নেই। কিন্তু সেরকম দেশতো এখনও খুঁজে পাচ্ছি না।" [অনত পৰিছে, আমাৰ ঘৰৰ ওচৰতে এখন গাঁও আছিল য'ত ৰ নাছিল। সেই গাঁৱৰ আমাৰ সমনীয়া ,ল'ৰাইঁতে গাঁৱৰ ৰৰসবাহৰ গুড়-পিঠাগুৰিৰ কথা কওঁতে কৈছিল 'বুআবোএ অণ্ডা অণ্ডাকৈ খায়, আমাক হ'লে ধ'ৰাঙৈয়া কই দিয়ে।' দুৰবাদেৱে এইখন মুলুকৰ খবৰ পোৱা নাছিলনেকি ॥ ]

বেজবৰুৱাই এইদৰে আনন্দ সমুদ্ৰৰ মাজত স্নান-পান-আচমন ৰমণ কৰি থকাটোকে এটা ডাঙৰ লক্ষ্য-ৰূপে লৈছিল। মাধৱ পুৰুষৰ লগতে তেওঁ জানে, 'ক্ষুদ্ৰ সুখে বহু আশা কৰি ভৱ কূপে জীৱ আছে পৰি কাল সৰ্পে দংশি হৰিল চেতন তাৰ।' কাল সৰ্প ই দংশন কৰি থাকে, কৰক, মুখৰ শুকান হাঁহি আৰু জেকা চকুৰ পতা যেন নেহেৰায়। ঘোৰ অৰণ্যৰ মাজত তেওঁৰ 'বড্ড কান্না পাচ্ছে'। লগত নাই সাৰথি—পত্নী, কন্যা, বন্ধু, সখা। অসমী আয়েও তেতিয়া চেনেহৰ এই পোনা পোৱালিটিক মুখ মুৰাই চাবলৈ মূৰ্তি ধৰি অহা নাই। হাবিৰ আন্ধাৰক নিশাৰ আন্ধাৰে আগুৰি ধৰিছে। তেওঁক পকৰাই পাইছে—তেওঁ পথভ্ৰষ্ট হৈছে। অচেতন হৈ পৰি গৈছে। দূৰত হয়তো বাঘৰ হাওৰালি। সেই সময়ত হাবিতলীয়া মানুহে তেওঁক পাই বুটলি আনি তমুক্ত পেলাই

থৈ গৈছেহি। লাহে লাহে তেওঁৰ মুখ হাঁহিত প্ৰসন্ন হৈ উঠিছে। এইদৰে ভাবি চালে, বেজবৰুৱাই আমাক জোকোৱাৰ, পেংলাই কৰাৰ, tease কৰাৰ, টিক্‌টিকি দিয়াৰ অৰ্থ নতুন হৈ নোলায়নে? তেওঁৰ হাঁহি বুজাবৰ হৈ তেওঁলৈকে ঘূৰি নেযায়নে? তেওঁ দেশী ভাইসকলক বৰি হাঁহিছে, সেয়া ঘৃণাত নহয়, যি ঘৃণাৰপৰা sarcasm-অৰ, তিক্ততাৰ জন্ম, সেয়া নিজৰ শৰীৰত ক্ষত মুকলি কৰি বিষৰ কোপত চেঙালুটি পৰা কাৰবাৰ মাথোন!!

বেজবৰুৱাৰ কাৰণে হাঁহি আৰু কান্দোন কেনেকৈ জোৰা পাতি থাকে ১৯১৭ চনত My dear Mr Beginner of Activity বুলি ছুৰবা কবিক (নে চন্দ্ৰকুমাৰক) সম্বোধন কৰি কৃপাবৰৰ দস্তখত দি লেখা চিঠিখনিৰপৰা ধৰিব পাৰি। সেই চিঠিখনিৰ পোনতেই বেজবৰুৱাই তেওঁৰ অন্তৰৰ শুকান ঘা এডোখৰ মুকলি কৰিছে, তেওঁৰ অতি চেনেহৰ সুৰভিলৈ মনত পেলাই। সুৰভি আছিল "ফুলৰ সৌৰভ, জোনৰ পোহৰ, মৃদু বতাহৰ গতি, শিৱসাগৰৰ বৰপুখুৰীত বাতি জোনৰ পোহৰ পৰি চিকমিক কৰা সৰু সৰু ঢৌৰ মালাৰ চাকি। পাঁচ বছৰৰ মূৰত তাই এদিন ক'ৰবালৈ গুচি গ'ল। আজিলৈকে এখনি চিঠি তাই আমালৈ লেখা নাই, আমিও তাইৰ ঠিকনা জানিব নোৱাৰি এখনিও চিঠি লেখিব পৰা নাই ।" বেজবৰুৱাই কৃপাবৰ বেশত এয়া হাঁহিছে। কিন্তু এয়া হাঁহি কিমান করুণ, কিমান গভীৰ!!

প্ৰকৃতপক্ষে যেন হাঁহি বেজবৰুৱাৰ জীৱন দৰ্শনৰ দৃষ্টিভংগী। ক'ৰবাত সেই হাঁহিৰপৰা বামধেনু ফুলিছে, ক'ৰবাত বা চেৰ্‌চেৰীয়া ব'দ ওলাইছে গাত-মূৰত লাগিলে ছেই-পুৰি নিয়া। য'তেই যি হওক লাগিলে, at any cost মানুহে হাঁহি থাকিব লাগে জীৱনত, মৰাৰ বেলাও হাঁহিব লাগে দীনবন্ধু মিত্ৰৰ দৰে এয়ে কৃপাবৰী দৰ্শন।

বেজবৰুৱাৰ হিউমাৰ অসমীয়াৰ হাঁহি—ভাওনাৰ বহুৱাৰপৰা ভোজৰীয়াৰ বটৰ ওলোম অঁৰা প্যাতল গোঁফকোছাৰ তলৰ হাঁহিলৈকে।

তেওঁ জানে যে তেওঁক কোনোবাই বহুৱালি কৰা বুলিও নালিচ কৰে 'অসম্ভৱ "গহীন গহ্বৰ"সকলৰ মতে হাঁহিৰ হাট-খোৱা বা হাঁহিৰ বাজখোৱা ৰবৰকৰা কৃপাৱৰৰ হেনো বহুৱালি।' কৰক নালিচ! তাত তেওঁৰ হৰিষাদ-বিষাদ নাই। কিন্তু 'হাঁহিৰ বস নোপোৱা অসমীয়া এইবাবেই জহন্নামলৈ গৈছে' দেখিছে তেওঁৰ অন্তৰত কাৰুণ্যৰ উৎপত্তি হৈছে।

তেওঁ মন কৰিছে, ভাৰতীয় জীৱনতে হাঁহিৰ দখল বৰ কম। কোনোবাই ক'ৰবাত হাঁহিলেও তাত বস নাই, থাকিলেও সি 'যেন শুকান জেওৰা-খৰি চেপি উলিওৱা বস।' ভাৰতীয়ই হাঁহিবলৈ পাহৰিলে কিয়? শংকৰাচাৰ্য্যৰ মায়াবাদৰ প্ৰভাৱ হেতুকে? নে ভগবান বুদ্ধৰ দুঃখবাদৰ কাৰণে? বেজবৰুৱাৰ বিশ্লেষণ অনুসৰি ইযাৰ মূল কাৰণ এটা ডাঙৰ taboo 'ভাৰতৰ মানুহৰ হাড়ে হাড়ে সিৰে সিৰে এনে এটা ভাবে শিয়াই আছে যে হাঁহিলে মানুহ পাতল হয়, ইঁহা মানুহ চেলেপু। হাঁহিলৈ পৃথিৱীত ঠাই নাই, বৈকুণ্ঠতো নাই। বিশ্বব্ৰহ্মাণ্ডত আমাৰ মতে গোটেইখন serious অৰ্থাৎ হাঁহিশূন্য। হাঁহি হৰিজন, তাক ছুব নাপায়, তাৰ ছাঁতো ভৰি দিব নাপায়। কিয? কাৰণ, নাপায়।' আন কি, হাঁহিৰ এই ডাঙৰীয়া-ধাৰণাটো হেনো গ্ৰীচৰ এৰিষ্টোটলৰো। বেজবৰুৱাই এইবোৰ মানি ল'বলৈ অস্বীকাৰ কৰিছে।

আনফালে, ইংৰাজে কয় Laugh and grow শেক্‌ছপিয়েৰে আকৌ কৈছে, হাঁহিৰ নোৱৰাজন হেনো হয় দেৱতা, নহয় চয়তান। বেজবৰুৱা এওঁলোকৰ পক্ষতহে। তেওঁৰ মত হৈছে, সকলো বয়সতে, সকলো ঋতুতে, সকলো স্থানতে হাঁহিব লাগে, আন কি, হাই স্কুলবোৰতো হাঁহিৰ ক্লাছ খুলিবলৈ দৰ্খাস্ত দিবলৈ তেওঁ উপদেশ দিছে। 'ৰবৰুৱাই এই বিষয়ে ইমান strongly feel কৰিছে যে তেওঁ ইমান দূৰলৈকে প্ৰস্তাৱ কৰিব খুজিছে যে যি ছাত্ৰ-ছাত্ৰীৰ পেট কামোৰে, তাকো যেন বলেৰে হাঁহিবলৈ বাধ্য কৰা হয়, Stand up on the bench'

তেওঁৰ আৰু ব্যৱস্থা। কান্দোন-সুৰীয়া ভাৰতীয় গান পৰিহাৰ কৰি ইংৰাজী সুৰৰ গান ( যেনে বৰবৰুৱাৰ ৰচিত ) গাব লাগে; শতকৰা নিৰানব্বৈটাত বিননি থকা ৰবীন্দ্ৰ-সংগীত, অংকীয়া ভাওনাৰ বিলাপবোৰ বৰ্জন কৰিব লাগে। "ডেকা অসমে যদি কিতাপ পঢ়িব খুজিছে, আজিকালিৰ সেই কুকুৰ-কন্দলি নভেলবোৰ নপঢ়ি গ্ৰীক এৰিষ্টফেনিছ পঢ়ক, জেৰম্ কে জেৰম্ পঢ়ক, 'পঞ্চ' পঢ়ক, বঙলা দ্বিজু ৰায়ৰ 'হাসিৰ গান' পঢ়ক বা গাওক, আৰু ঘাইকৈ কৃপাবৰ বৰুৱাৰ 'টোপোলা', 'ওভতনি', 'বুৰ্বুৰণি' পঢ়ক, সভাত নিংনি ভাউৰীয়াৰ বৰ্ণনা শুনক, আৰু নিজৰ জীৱনত হাঁহিৰ বোল তোলক, কল্লোল কৰক। শেহত কওঁ, ডেকা অসম, যদি তুমি বৰবৰুৱাৰ কথা নুশুনা, তেন্তে তুমি য তে মৰাগৈ মৰা, বৰবৰুৱাৰ গাত দোষ নাই। বৰবৰুৱাই কিন্তু অকলৈ হাঁহি তেওঁৰ বাকী জীৱনডোখৰ কটাব।" এয়াই হ'ল incorrigible, শুধৰণিৰ অতীত হাঁহিৰাম ডাক্তৰৰ হাস্য-ৰসায়ন prescription হাঁহি আৰু জীৱন কেতিয়াও বেলেগ হ'ব নোৱাৰে,—এনে ধৰণৰ এটা উৎকট theory তেওঁৰ স্বাস্থ্য-নীতিৰ মূল সূত্ৰ। সেইহে সিদিনা কলিকতাত শ্ৰীসৌম্যেন্দ্ৰনাথ ঠাকুৰক লগ পাওতে আমাক কৈছিল, বেজবৰুৱা কিযে এজন পুৰুষ আছিল! তেওঁ ঘৰ সোমোৱাৰ লগে লগে সমস্ত ঘৰটো হাঁতেই উজ্জ্বল হৈ পৰে।

এই ভাবৰ বেজবৰুৱাৰ হাঁহি বৰ সংক্ৰামক আছিল। বেজাৰৰ আন্ধাৰ তেওঁৰ কিৰণ-কৰে উঘালি পেলাইছিল। কোনোবাই দুখ কৰিব পাৰে, বেজবৰুৱাই অকলেই ইমান হাঁহিবোৰ হাঁহি পেলালে। কিন্তু সেই বুলি আমাৰ পাতত জানো হাঁহিৰ ভাগ কমি গ'ল? বাঢ়িলহে। কাৰণ, বৰবৰুৱা-দৰ্শনমতেই হাঁহি অক্ষয়, তাত 'ভাই বঁটা নলাগয়, অগ্নিতো নোপোৰয়, বজ্ৰায়ো নিনিয়ে দঁড় কৰি।

বহুতে প্ৰশ্ন কৰিব, পৃথিৱীখনৰ এফালেহে পোহৰ, আনটো ফালযে আন্ধাৰ—কৃপাবৰে এই কথা পাহৰি যায়নেকি বা নেজানেনেকি?—

সৰলা নহয়, কিন্তু তেওঁৰ বাবে যেনেকৈ শোকৰ কালচোঁ বগাই-আকাৰৰ কালচো টুটাব পাৰে। তেওঁ দুখক, আক্ষাৰক অস্বীকাৰ কৰা নাই। কিন্তু 'সুখ-শোকৰ 'পৃথিৱী, কান্দি বিনাই দুখৰ বোজা বঢ়োৱাৰ সকাম কি ?'—এয়ে তেওঁৰ স্পষ্ট দৃষ্টিভংগী। তেওঁ যতীন্দ্ৰনাথ দুৱৰাৰ যেজেকুৱা দৃষ্টিভংগী সমৰ্থন নকৰে, দুৱৰাৰ বেজাৰ যেনেকৈ স্বৰবণিৰ অতীত, তেওঁৰ হাঁহিও সেইদৰে যশ সমনা আৰবী। জলকীয়াৰ জালেই যেনেকৈ জলৰ সোৱাদ, দুৱৰাৰ বেজাৰেই তেওঁৰ জীৱনৰ আস্বাদ। এইখিনিতে ওজা-উচৰিকৈ থকা দুটি ব্যক্তিত্বৰ প্ৰভেদ আমি দেখা পাওঁ। দুৱৰাৰ বিষাদ স্বভাৱগত, বেজবৰুৱাৰ ( যি অসমৰ গোমোঠা মুখবোৰৰ মাজত হাঁহিবলৈ থল নেপাই কলিকতালৈ হাঁহিত পেটু-নাড়ী ছিঙিবলৈ লৰ দিছিল ) আনন্দ সেইদৰে স্বভাৱগত। ১৯১৫ ছনতে দুৱৰাই বেজবৰুৱালৈ লেখা এখন চিঠিৰ অংশটি পঢ়ি চাওক

Of course, it is impossible for me to infuse it to my note that jovial strain which is the keynote of Mr Bezbaroa the man and Mr Bezbaroa the author Sad melancholy has asked me for her own, if you search for light in the thick of dismal cloud, your enquiry will be baffled—it is dead certain Even in the bosom of melancholy there is spread for me a soft bed of roses, without its thorns, where I can find eternal re t and consolat on, which to outward view seems ever repulsive and unattractive.

You are in Elysium, so to say, where roses bloom, cuckoos sing, and doves warble their amorous note to the gently blowing southern breeze. I doubt whether this note of mine flowing from a heart saddened with

melancholy, will find a fitting reception in that blissful bower

বেজবৰুৱাৰ হাস্য এক শক্তিশালী আশাবাদৰ ওপৰত প্ৰতিষ্ঠিত। যেনে তেওঁৰ জীৱনত এটি আনন্দৰ সুৰ বাণী-আৰাধনাৰূপে বজাইছে সুন্দৰৰ বিষাদ এটি বিলাস, তাত নৈৰাশ্যবাদ নাই। সুন্দৰৰ এই বিষাদ-বিলাসৰ পৰে বেজবৰুৱাৰ দৃষ্টিটি হ'ল আনন্দবিলাস, জগতৰ সকলো দুখ আৰু দুৰ্বলতাৰ মাজতো আনন্দৰ ভাগ বৰ্তোৱাৰ চেষ্টা। সেইখিনিতেই তেওঁৰ হাঁহি প্ৰকৃত হিউমাৰ।

বেজবৰুৱাৰ কাৰণে হাঁহি স্বাভাৱিক ধৰ্ম। তেওঁৰ কাৰণে হাঁহি দেৱতা। তেওঁৰ ঈশ্বৰ সদায় প্ৰসন্নবদন, হাঁহিমুখীয়া। তেওঁৰ দুৰন্ত কথা হাঁহিয়ে সংসাৰৰ কেলেশ পাতলাব আৰু হাঁহিৰ বিমানত উঠি তুমি সদায় প্ৰসন্নবদন প্ৰভুৰ কাষ পাবাগৈ। তোমাৰ প্ৰভু হাঁহিমুখীয়া। তুমি তোমাৰ গোমোঠা মুখখন লৈ গৈ তেওঁৰ কাষত ওলালে তেওঁ দূৰ দূৰ কৈ তোমাক খেদি দিব। তেওঁৰ গছে হাঁহে, ফুলে হাঁহে, ফলে হাঁহে, বতাহে হাঁহে, জোন-বেলিয়ে হাঁহে। তেওঁৰ এনে প্ৰফুল্লবদন সৃষ্টিত তুমি অনাসৃষ্টি গোমোঠা মুখা ওফোন্দা গলীয়া হ'লে তোমালৈ তাত ঠাই নাই।'

বেজবৰুৱাৰ হাঁহিৰ দৰ্শন এয়া কবিতা হৈ ওলাই আহিছে।

## প্ৰবন্ধকাৰ লক্ষ্মীনাথ আদি

অসমীয়া কথা-সাহিত্যৰ অতীত সোণাময়। সুদূৰ ষোড়শ শতিকাতে শংকৰ-মাধৱৰ নাটকীয় গদ্য, ভট্টদেৱৰ গীতা-ভাগৱতৰ গদ্যেৰে তাৰ বুৰঞ্জী আৰম্ভ হয়। আধুনিক যুগৰ পাছুৰীসকলৰ অৰুনোদই কাকতৰ যোগেদিয়েই অসমীয়া কথাই নতুনৰ পাতনি মেলে। প্ৰকৃততে এই কাকতৰ যোগেদিয়েই আধুনিক অসমীয়া ভাষাই নতুন গঢ় লৈ উঠে। ভাষাই এইদৰে নতুন গঢ় লওঁতে ইংৰাজী ভাষাৰ ছাঁট আমাৰ ভাষাৰ ওপৰত পৰিল। আমাৰ ৰচনাভংগীত নতুন এটি সুৰ সোমাল। এই সুৰটিয়েই আধুনিক অসমীয়া ভাষাক পুৰণিৰপৰা পৃথক কৰি ৰাখিছে। নতুন যুগৰ সকলো প্ৰকাৰ প্ৰভাৱ সামৰি-সুতৰি বৰ্তমানৰ ভাষা বলিষ্ঠ আৰু ভংগিমাময় হৈছে। বৰ্তমানৰ গদ্য সাহিত্যৰ বিকাশত ভাষাৰ এই গুণবোৰে বিশেষ কাৰ্য কৰিব লাগিছে। অৰুনোদই কাকততে বিবিধ গঢৰ কথা-ৰচনাৰ প্ৰথম মুৰ মেলা হয়। বুৰঞ্জীমূলক আলোচনা, দেশানুৰাগমূলক কথা নানাবিধ জ্ঞান-বিজ্ঞানৰ প্ৰবন্ধ, সাহিত্য-বিষয়ক প্ৰবন্ধ এই কাকততে প্ৰথম ওলাবলৈ ধৰে আৰু দেশীয় ডাঙৰীয়াসকলক নতুন সাহিত্যৰ বাটবোৰ দেখুৱাই দিলে। আনন্দৰাম ফুকন, হেমচন্দ্ৰ বৰুৱাৰ দৰে অসমীয়া কথা-সাহিত্যৰ আদিৰ ওজাসকলে তেওঁলোকৰ সাহিত্য-অনুশীলন এই কাকততে চলায়।

আধুনিক প্ৰবন্ধ-সাহিত্যত অৰুনোদয়ে যি বাট দেখুৱাই দিলে সেই বাটেই লেখকসকল আগ বাঢ়িল। আনন্দৰাম ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা হ'ল এই বিষয়ত পথপ্ৰদৰ্শক। আনন্দৰামৰ ভাষাতে আধুনিক অসমীয়াৰ গঢ স্পষ্ট হৈ ওলায় বুলি ক'ব পাৰি। দেশ-প্ৰাণতাৰে অনুপ্ৰাণিত হৈ তেওঁ ল'ৰা-ছোৱালীৰ বাবে বিবিধ জ্ঞানৰ একধাৰা পুথি লিখাৰ উপৰিও অৰুনোদইত ওলোৱা এওঁৰ 'ইংলণ্ডৰ

বিজুলী' আদি প্ৰবন্ধ সৰলতা আৰু বলিষ্ঠতাৰ নিদৰ্শন বুলি ক'ব পাৰি। ইংৰাজী বাক্য-ৰীতি তাত সোমাইছে যদিও তাৰ মাধুৰ্যই আমাক মুগ্ধ কৰে। "যি সময়ত অসমত হাবি গুচি ফুল-বাৰি হব, নৈত ডোঙা গুচি জাহাজ হব, ঘৰ বাঁহৰ গুচি শিল ইটাৰে হব, গাঁৱে গাঁৱে হেজাৰে হেজাৰে পঢ়াশালি, গিয়ানৰ সভা, চিকিৎসালই, দুখীয়া দৰিদ্ৰৰ পৰিত্ৰাণৰ আলয় হব, আৰু যি কালত লোকসকলে পৰস্পৰ হিংসা নকৰি আটাইয়ে আটাইক ভাতৃৰ্ত্ত চেনেহ কৰিব, কেৱে দুটকা কানিৰ সলনি মিছা সাখি নিদিব, লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেটি পাইও কাৰো অন্যাই নকৰিব, বেস্তা, কানি আৰু সুৰা এই কথা কাৰো দেশত লোকে ভূ নোপোআ হব, সেই সময় হে পৰমপিতা জগদিস্বৰ, সিত্ৰে ঘটোআ।" আনন্দৰামৰ আদৰ্শৰ দ্বাৰায় গুণাভিৰামৰ সমস্ত জীৱন গঢ় লৈ উঠে বুলি ক'ব পাৰি। তেনে থলত আনন্দৰামৰ সৰলতা আৰু দেশপ্ৰেমেযে তেওঁক উদ্বুদ্ধ কৰি ৰাখিব, ই ধ্ৰুৱ। এওঁৰ 'সৌমাৰ-ভ্ৰমণ' ভ্ৰমণ-সাহিত্যই নহয়, পুৰণি বুৰঞ্জীৰ স্মৃতি-জড়িত দেশপ্ৰেমৰ চিনাকিও। ইয়াত আনন্দৰাম ফুকনৰ দীঘল বাক্য-সংগতিৰ ঠাইত ধুনীয়া ধুনীয়া একোটি বাক্যই সৰলতা আৰু সবলতাৰ পৰিচয় দিছে। "এই অসম দেশ আমাৰ মাতৃভূমি। আমি ইয়াতেই উপজিছোঁ। ইয়াতেই শিক্ষা পাইছোঁ। এই দেশৰ নামেই আমি সংসাৰ-হাটত বিকা হৈ আছোঁ।' গুণাভিৰামৰ 'আসাম—অতীত আৰু বৰ্ত্তমান' প্ৰবন্ধ গম্ভীৰ আলোচনা আৰু গহীন ভাষাৰ সংযোগ থলী। গুণাভিৰামৰ 'অসম বুৰঞ্জী'তো পোনপটীয়া ভাষাৰ নিদৰ্শন পোৱা যায় 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা'ত তেওঁৰ ভাষা পাতল হাঁহি উঠা কথাৰ বাহন-স্বৰূপ হৈ পৰিছে।

আধুনিক অসমীয়া ভাষাৰ আদৰ্শ কথা-ৰীতি হেমচন্দ্ৰ বৰুৱাৰ। তেৱেঁ আধুনিক অসমীয়া ভাষা-ৰীতিক পূৰ্ণাংগ গঢ় দিয়ে আৰু বিবিধভাৱে প্ৰবন্ধ-সাহিত্য অনুশীলন কৰি তাকো নিটোল ৰূপ দিয়ে। 'পাঠমালা' বিবিধ প্ৰবন্ধাৱলীৰ ৰচনা অতি নিখুঁত। ব্যংগৰ উপকৰণ-ৰূপে তেওঁৰ

কথা-ৰীতি কিমান শক্তিশালী হ'ব পাৰে, তাৰ আমি 'বাহিৰে ৰঙচং ভিতৰে কোৱাভাতুৰী' পুথিত দেখা পাওঁ। তেওঁ বাহিৰত মহাধাৰ্মিক যেন লগা, ভিতৰি নৈতিক অধঃপতনৰ শেষ পোৱা পুৰণি গোসাঁই মহন্তৰ কুসংস্কাৰৰ মলি-টাটবি লগা সমাজখন ৰঙকৈ দেখুৱাইছিল। সেই সমাজৰ ছুৱা মহিমাৰ কথা, মিছা শুচি-অশুচিৰ ভাব অতি তিক্ততাপূৰ্ণ ভাষাৰে উজাৰি দেখুৱাইছে। তেওঁ নিজেই আছিল সংস্কাৰশীল মনোবৃত্তিৰ লোক। ইংৰাজী পঢ়িলে জাত যোৱা বুলি বিশ্বাস থকা পৰিয়ালত উপজি তেওঁ সেই ভাষাৰ গৰাকী হৈ পৰিছিল। বিধৱা-বিবাহ তেওঁ এনেভাৱে সমৰ্থন কৰিছিল যে তেওঁ ভাৰ্যা হেৰুৱাই ৰবলা-ভাত খাই থকাকে সমীচীন বুলি ভাবিছিল। মুঠতে তেওঁ সংস্কাৰশীল মনোবৃত্তিৰ মানুহ। সেই মনোবৃত্তি লৈয়ে পাদ্ৰী আৰু কোনো 'ভাওৰীয়া'ৰ বিৰুদ্ধে যুক্তি ব্যাকৰণ-অভিধানেৰে অসমীয়া ভাষাৰ এটি নিৰ্দিষ্ট গঢ় লগাই গ'ল। সমাজ-সংস্কাৰ আৰু ভাষা-ৰীতি বিষয়ত তেওঁৰ তুলনাত গুণাভিৰাম বৰুৱা নৰমপন্থী, চৰমপন্থী হেমচন্দ্ৰহে। বিধৱা-বিবাহ সমৰ্থন কৰি গুণাভিৰামে 'ৰাম-নৱমী' নাটক লিখে, কিন্তু তেওঁৰ সংস্কাৰী অভিযান মৃদু-মন্দ। গুণাভিৰাম বুৰঞ্জী লেখক, অতীতৰ প্ৰতি তেওঁ শ্ৰদ্ধাশীল। হেমচন্দ্ৰ আভিধানিক, বৈয়াকৰণিক, সমাজৰ চোকা সমালোচক। গুণাভিৰামৰ 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত্ৰ' আদৰ্শমূলক বীৰ পূজাৰ পুথি, কিন্তু হেমচন্দ্ৰৰ 'আত্মজীৱন চৰিত' কঠোৰ স্বীকাৰোক্তি বহুত ক্ষেত্ৰত। 'মোৰ ভাৰ্য্যাৰ নহৈ মোৰ মৃত্যু হোৱা হলে তেওঁৰ কি অৱস্থা হ'লহেঁতেন? তেওঁ মৰিছে, তথাপি মোৰ ইচ্ছা হলেই মই এটা কিয় তিনিটা অধিক বিয়া কৰিব পাৰোঁ, কিন্তু বিধৱা হোৱাৰ পিছত পুনৰ বিয়'ৰ নাম লোৱা মাত্ৰেই তেওঁৰ জাতি গ'লহেঁতেন—সমাজে বৰ্জিলেহেঁতেন আৰু তেওঁ জীৱন্তে মৰা যেন হৈ থাকিলহেঁতেন। ই কেনে অসংগত! কেনে অযুক্ত! এতেকে পুনৰায় বিয়া কৰোৱা মোৰ উচিত নহয়।" হেমচন্দ্ৰৰ কথা-ৰীতিও সমালোচনাশীল, সেই কাৰণে অবধাৰিতভাৱে [illegible]

আৰু 'আত্মজীৱন-চৰিত'ত ভাষা গহীন আৰু মধুৰো, 'কোৱাভাতুৰী'ৰ ভাষাত অতুৰা ঠাঁচৰ প্ৰয়োগৰ ভিতৰেদি চোকা ব্যঙ্গ-বাণ নিক্ষেপৰ বহু দেখা যায়। 'পাঠমালা'ৰ পাঠবোৰৰ মৰম লগোৱা ভাষাৰ ভিতৰেদি তেওঁ ছাত্ৰৰ মনত সহজে প্ৰৱেশ কৰিব পাৰে। এইখিনিতে আৰু এটি ক'ব পাৰি যে 'কোৱাভাতুৰী' অসমীয়া ছেটায়াৰ বা ব্যংগ-সাহিত্যৰ উৎকৃষ্ট নিদৰ্শন, ইয়াৰ তীব্ৰতাক আন কোনো লেখকৰ লেখাই জেৰ পেলায় পৰা নাই। এইটোও উল্লেখিয়াৰ পাৰি যে ছেটায়াৰৰ কৌশলত লক্ষ্মীনাথ বেজবৰুৱা হেমচন্দ্ৰৰে অনুগামী।

বৰ্তমান সাহিত্যৰ সমালোচনাত আলোচিত নোহোৱা এজন লেখকৰ কথা এইখিনিতে ক'ব খোজো। তেওঁ হ'ল কালিৰাম বৰুৱা। এওঁৰ কেইবাটিও প্ৰবন্ধ 'অসমীয়া সাহিত্যৰ চানেকি'ত সন্নিবিষ্ট হৈছে। বিদেশী শাসনৰ আৰম্ভ হেতুকে অসমীয়া সমাজত যিবোৰ ঘোৰ সলনি হ'বলৈ ধৰিছিল, সেইবোৰক তেওঁ অলপ সন্দেহৰ চকুৰে চাইছিল, সেই সময়ত খৰকৈ ঘূৰিব খোজা কাল-ঘড়ীৰ কাঁইট ডাল যেন তেওঁ পিছুৱাই দিব। কিন্তু তেওঁ চিন্তাশীল, অতীতৰ শক্তি-ধৰ্ম আদিৰ তেওঁ নতুন ব্যাখ্যা বিচাৰি পাইছে, সেইবোৰ পাহু পাহু কৈ তেওঁ খুদখুদীয়া কথা-ৰীতিৰে প্ৰকাশ কৰিছে। "আজি গুটি কলেহে কালিলৈ গাজ মেলিব। হয়, কঠীয়া পাৰিবা, আজিয়ে তাৰ আলচ কৰাঁ। দহজনে যি বাটে চলে সি বাটে স্বধৰ্ম এৰি নচলিবাঁ। অৱশ্যে উন্নতি, শ্ৰীবৃদ্ধি হব।" এয়ে তেওঁৰ সামাজিক আলোচনাৰ মূল গাঁঠি।

সমাজ সংস্কাৰ আৰু দেশৰ চিন্তাতহে কমলাকান্ত ভট্টাচাৰ্য কবি আৰু সাহিত্যিক হৈ উঠে। সাহিত্যত তেওঁৰ বিলাস-কানন বা শান্তিৰ আশ্ৰম নাই। তেওঁ অগ্নি ঋষি, স্বদেশ-চিন্তাৰ একুৰা জুই। সমালোচনাৰ সময়ত তেওঁৰ কোনো দয়া-মমতা নাই, ভালক ভাল বুলিছে, বেয়াক শতপ্ৰকাৰে নিন্দা-তিৰস্কাৰ কৰিছে। অতীত সমাজৰ কোনো সংস্কাৰ বা ধাৰণাৰ দ্বাৰা তেওঁ আবদ্ধ হ'বলৈ নিবিচাৰে। এনাহ প্ৰোজ্জ্বলিত পৰি

নানা প্ৰতিক্ৰিয়াশীল প্ৰৱচনৰ মালা-মন্ত্ৰ জপি থকা অসমীয়া জাতিক তেওঁ ভুকুটিয়াই বাহিৰৰ পোহৰলৈ টানি আনিতেওঁ ক'ব খুজিছে—চাৰিওফালৰ জগতখন বহুতো আগ বাঢ়ি গ'ল, তইঁত শুই থাকিলে তইঁতৰ নিদ্ৰাও মহানিদ্ৰাৰ স্বৰূপেই হ'ব। তথাপি ক'ত্তা! দেশ নাজাগে। তেওঁৰ সেই দেখি টোপনি নাহে। তেওঁৰ কথাবোৰ টোপনি নোহোৱা মানুহৰ কথাৰ দৰে কক্ষ হৈ আছে। তেওঁৰ কবিতাত ছন্দ আড়ষ্ট হৈ পৰে, 'ছন্দৰ লাগবান্ধ নথকা' হয়। তেওঁৰ কথা-ৰীতিকো এক মাধুৰ্যহীন তীব্ৰতাই অধিকাৰ কৰে। তেওঁ ঋষি, অষ্টাবক্ৰ, তেওঁ সংহিতা লিখে, ব্ৰাহ্মণ্য ধৰ্মৰ দুৰ্বলতাবোৰ নিন্দা কৰে, ভগৱান বুদ্ধৰ মহান আদৰ্শক শতমুখে প্ৰশংসা কৰি ওপৰলৈ তুলি ধৰে। 'অষ্টাবক্ৰ-সংহিতা'ৰ ভাষা সংস্কৃতো নহয়, সংস্কৃতীয়াও নহয়, উমান, গম, সহাৰি আদি শব্দবোৰ দাৰ্শনিক পাৰিভাষিক ৰূপে ব্যৱহাৰ কৰি ঘৰুৱা অসমীয়া ভাষাৰ তাত শক্তি প্ৰদৰ্শিত কৰা হৈছে।

অসমীয়া কথাক কলাসুলভ আৰু যুক্তি-তীক্ষ্ণ কৰিবৰ কাৰণে দুজন বৰাই যত্ন কৰে—ক্ৰমে লম্বোদৰ বৰা আৰু সত্যনাথ বৰাই। লম্বোদৰৰ 'কালিদাস আৰু শকুন্তলা', প্ৰস্তাৱিত আনন্দৰাম বৰুৱাৰ 'জীৱন চৰিতৰ পাতনি, 'অলংকাৰ আৰু দৰ্কাৰ' আদি প্ৰবন্ধ পূৰ্ণৰূপ প্ৰবন্ধৰূপে আৰু অলংকাৰপূৰ্ণ অথচ ঘৰুৱা কথা-ৰীতি ৰূপে অপূৰ্ব যেন লাগে। তেওঁৰ 'সদানন্দৰ কলাঘুমটি'ৰ বিষয় বস্তু আৰু গতিশক্তিপূৰ্ণ ভাষাই কলাঘুমটীয়াজনকো চমক লগাব পাৰিব। তেওঁৰ জ্ঞানোদয়'ত সৰল বচন-ভংগী আৰু 'শকুন্তলা'ৰ অনুবাদত মাধুৰ্যৰ বিশেষ প্ৰকাশ দেখা যায়। সত্যনাথ বৰা প্ৰবন্ধ-সাহিত্য আৰু ভাব-সম কথা-ৰীতিৰ একান্ত সাধক। বিবিধ জ্ঞান আৰু স্থূল-নিৰপেক্ষ বিষয়ক প্ৰবন্ধাৱলী 'সাৰথি', 'চিন্তা-কলি', সাহিত্যৰ আলোচনা 'সাহিত্য বিচাৰ' আৰু হাঁহি-ব্যংগৰ মাজেদি কৰা সমাজ-সমালোচনা 'কেন্দ্ৰ-সভা' পুথিত তেওঁৰ বিশিষ্ট সাধনা দেখা পোৱা যায়।[১]

আধুনিক অসমীয়া সাহিত্যৰ দুই পুৰন্দৰ লক্ষীনাথ বেজবৰুৱা আৰু শৰৎনাথ গোস্বামিক্কৰাৰো প্ৰবন্ধ সাহিত্য আৰু কথা ৰীতিৰ ক্ৰমবিকাশৰ বুৰঞ্জীত বিশিষ্ট স্থান। বেজবৰুৱা দেশপ্ৰেমিক, ধৰ্ম, সমাজ, সাহিত্য, ভাষাৰ উগ্ৰ সমালোচক , হাস্য আৰু ব্যংগও তেওঁৰ বিশেষ অস্ত্ৰ। শংকৰ-মাধৱৰ ধৰ্ম আৰু সাহিত্যৰ বহুল সমালোচনাৰ প্ৰবৰ্ত্তক তেওঁ। অসমীয়া জাতি আৰু ভাষাৰ বিৰোধীসকলৰ কথাত মাতোঁতা তেওঁ। লোকৰ দোষ খুচৰি হাঁহি তোলা, উপলুণ্ডা কৰা তেওঁৰ ৰীতি। গোস্বামিক্কৰাৰ অসমীয়া ভাষালৈ বিশেষ দান শিক্ষাব্ৰতীসকলক পৰিপুষ্ট ভাষাৰে শিক্ষা দিয়া পাঠ্যপুথিবোৰ। তদুপৰি তেওঁৰ বুৰঞ্জীৰ আলোচনা আৰু শেষ জীৱনৰ ধৰ্মমূলক গ্ৰন্থাবলীয়ে সচেতনভাৱে ভাষা-ৰীতি চৰ্চাৰ নিদৰ্শন দাঙি ধৰে।

সময় তাকৰ। বুৰঞ্জীমূলক প্ৰবন্ধত হেমচন্দ্ৰ গোস্বামী, হিতেশ্বৰ বৰবৰুৱা, বত্নেশ্বৰ মহন্ত, সূৰ্যকুমাৰ ভূঞা, বেণুধৰ শৰ্মা , সাহিত্য সমালোচনাত ডক্টৰ বাণীকান্ত কাকতি আদি কৃতীসকলৰ দানৰ বিষয়ে আলোচনা কৰিবলৈ চিন্তা আৰু সময়ৰ আৱশ্যক।

# লক্ষ্মীনাথৰ সুৰভি চিঠিবোৰ[১]

'লেখিলেই যদি সাহিত্য হয়, সেইটো তোমাৰহে।'৫২৭ বেজবৰুৱাৰ সম্পৰ্কে এজন 'অভিন্নহৃদয় বন্ধুৰ—যিজনৰ দৃষ্টি কিন্তু সদায় সমীক্ষকৰ—এই ধাৰণা কিমান দূৰ সঁচা তাৰ পৰীক্ষাৰ স্থল বেজবৰুৱাৰ চিঠিবোৰ। যেই কোনো এটা চিঠিৰ টোপোলা আমাৰ হাতত তুলি দি 'চিঠি-সাহিত্য' আখ্যা দিলেই আমি সেই আখ্যা গ্ৰহণ কৰিবলৈ সম্মত নহওঁ। সেই অভিধা গ্ৰহণ কৰিব পাৰোঁ এটা টেক্‌নিকেল্ অৰ্থত যেনে—মেডিকেল লিটাৰেচাৰ, ইঞ্জিনিয়াৰিং লিটাৰেচাৰ। বেজবৰুৱাই লেখা বহুতোখিনি পত্ৰ আৰু বেজবৰুৱালৈ লেখা অনেকখনি চিঠি আমি সেইভাৱেহে গ্ৰহণ কৰিব পাৰিম। ব্যক্তিগত প্ৰায় চিঠিকে এই ৰূপেহে স্বীকাৰ কৰাটো সম্ভৱ। ভাৰতীয় চিঠি, পত্ৰ, লিপি আদি শব্দ স্পষ্টভাৱে সুকীয়া সুকীয়া অৰ্থত প্ৰয়োগ কৰা ৰীতি এতিয়াও হোৱা নাই। ইংৰাজীৰ letter, epistle, journal-অৰ এলেকা সুকীয়া সুকীয়া। সাধাৰণ letter-অত সাহিত্যিক ফাল এটা সাধাৰণতে নেথাকে আৰু সচৰাচৰ প্ৰকাশৰ বাবে সেইবোৰ লেখাও নহয়। epist'e বুলিলেই কিন্তু সাহিত্যিক অৰ্থ এটি আহি পৰে। এই শব্দটোৰ মূল অৰ্থ চিঠি। কিন্তু পিছৰ যুগত ইয়াক প্ৰাচীন কালৰ পোছাকী (formal) চিঠি বুজাবলৈ প্ৰয়োগ কৰা হয়, নহ'লেবা ইংৰাজী ode বা elegy-জাতীয় একপ্ৰকাৰ ৰচনাকে এই শব্দটোৰে বুজোৱা হ'ল, এনে চিঠি বিশেষ এক ব্যক্তিক সম্বোধন কৰা হ'লেও তাৰ বিষয় বস্তু ৰাজহুৱা বা সাৰ্বজনীন প্ৰকৃতিৰ হোৱা দেখা যায়। পাশ্চাত্যত আকৌ epistle নামৰ এক শ্ৰেণীৰ কবিতাও আছে। সিবিলাকৰ পূৰ্বপুৰুষ হ'ল হোৰেচৰ দীঘল দীঘল পদ-প্ৰবন্ধবিলাক, সেই

১ সংখ্যাবোৰে অসম সাহিত্য সভাৰ 'পত্ৰলেখা' গ্ৰন্থত সন্নিবিষ্ট পত্ৰৰ সংখ্যা বুজাইছে।

অসমৰোৰ কোনো বিশেষ ব্যক্তিক সম্বোধন কৰি লিখা হৈছিল বাবে সিহঁতৰ নাম epistle। ইংৰাজী সাহিত্যত হেমুৱেল, ডেনিয়েল আৰু বেন্ জনছন্ আদিৰ নাম এই ক্ষেত্ৰত ল'ব পাৰি। আলেকজেণ্ডাৰ পোপ এই বিষয়ত আগ শাৰীৰ, তেওঁৰ 'Epistle to Dr Arbuthnot' বিখ্যাত। কাউপাৰে দুই এজন বন্ধুলৈ ধুনীয়া কবিতময় পত্ৰ লেখিছিল। আজি কালি অৱশ্যে epistle শব্দটো অলপমান বিদ্ৰূপভাৱে ব্যৱহাৰ হয় বুলি অক্সফোৰ্ড অভিধানে নিৰ্দেশ কৰিছে।

*The Great English Letter Writers* নামৰ শ্ৰেষ্ঠ ইংৰাজ কৱি-সাহিত্যিক, দাৰ্শনিক-ৰাজনীতিক আদিৰ বিতোপন পত্ৰ-সংকলন-খনৰ সংকলয়িতা William J Dawson আৰু Coningsby W. Dawsonএ কৈছে, ভাল পত্ৰ-লেখক হ'বলৈ হ'লে কিছুমান আপুৰুগীয়া গুণৰ সমষ্টিৰ অধিকাৰী হ'ব লাগিব। Thus the writer must himself be interesting and have interesting matter to communicate, he must be something of an egoist, to whom his own sensations are noticeable, and worthy of notice, he must possess both daring and freedom, for the last place where caution and reticence are required is in the familiar epistle, he must be resolutely sincere, for the moment he begins to pose his magic wand is broken and he becomes tedious and offensive, he must above all possess the intimate note, for without it he will produce an essay, but not a letter. আত্মপ্ৰকাশেই হ'ল চিঠিৰ প্ৰধান উদ্দেশ্য। লিৰিকেল কবিতাতো সেই উদ্দেশ্য থাকে। কিন্তু চিঠিৰ প্ৰকাশটি অধিক প্ৰত্যক্ষ-গোচৰ আৰু অন্তৰ। গতিকে লেখকৰ ব্যক্তিত্বৰ প্ৰকাশ পত্ৰৰ প্ৰধান দাবী বুলি কব পাৰি।

এখন ভাল চিঠি লেখিবলৈ লেখকে যাৰে লেখিছে, তেওঁৰ বাহিৰে জগতখন মুহূৰ্তলৈ পাহৰি পেলাব লাগিব। তেহে চিঠিখন খুলীয়া, ঘৰুৱা, আন্তৰিকতাপূৰ্ণ হ'ব। চিঠি বাজছৰা বক্তৃতা নহয়, ই দুজনৰ মাজৰ বিয়নি-মেলহে। চিঠিখন কেনেবাকৈ বাজছৰা হ'ব, এই ভাবটো থাকিলে পত্ৰলেখকে সেইখন লেখোঁতে মুখখন খুবেৰে ধুনীয়াকৈ চুচি আফ্‌টাৰ্‌শেভ্‌ লোচন ঘঁহি আৰু আন প্ৰসাধন কৰি লেখিবলৈ বহিব লাগিব। আমি পাঠক-সমাজৰ কাৰণে লেখোঁতে এইদৰে বাহিৰত নহ'লেও মনৰ মাজত পোছাকী সাজ পিন্ধি লওঁ। চিঠিত সেইটো হ'ব নেলাগে। ডাউডেন দুজনে ক'বৰ দৰে, In them the author appears in undress গতিকে ছপা হৈ আনৰ আগত চিঠিবোৰ ওলাব, এই ভাব আগত থাকিলে চিঠিত মনৰ প্ৰকাশৰ গতি আড়ষ্ট হৈ পৰাটি স্বাভাৱিক। " তেনে ক্ষেত্ৰত ব্যক্তিত্বৰ প্ৰকাশ আৰু সেই প্ৰকাশত ভাষাৰ মনোমোহা সাহিত্যিক গুণবোৰ লুকাই পৰে। আন কি, ৰবীন্দ্ৰনাথৰ পত্ৰসমূহতো প্ৰকাশৰ ভাবটি থকাত আমাৰ বাবে কবিগুৰুৰ ব্যক্তিগত সান্নিধ্যৰ আস্বাদ কমি পৰিছে।

ব্যক্তিগত চিঠিবোৰে অনেক সময়ত হয়তো লেখকজনৰ সাধাৰণভাৱে জনাজাত ব্যক্তি ৰূপৰ পৰিৱৰ্তন ঘটাব পাৰে। এখন চিঠিয়ে বা এটা বাক্যই সদৰী হৈ থকা তেওঁৰ চিত্ৰখনৰ ভাঁজ সলাই পেলাব পাৰে। কিন্তু সামগ্ৰিকভাৱে এটা চৰিত্ৰ বিচাৰ কৰাত অনেক সময়ত সৰু-সুৰা কথাইহে প্ৰকৃত আলোকসম্পাত কৰিব পাৰে। গতিকে এনে টাকি-টুকি কথাবোৰ চৰিত-লেখকসকলে জনাৰ নিতান্ত আৱশ্যকতা আছি পৰে। লিটন স্টেচি, আঁদ্ৰে মৰ'আ, এমিল লাড্‌ৱিগৰ চৰিতশৈলীৰ প্ৰৱৰ্তনৰ পিছত এটা চৰিত্ৰৰ আন্ধাৰ-পোহৰ দুইটা কালকে দৰ্শন কৰাৰ আৱশ্যকতা আজি বহুলভাৱে স্বীকৃত হৈছে। বিশেষকৈ যি লেখকসকলে তেওঁলোকৰ সুখ-দুখৰ ভাগ আমাক তেওঁলোকৰ সাহিত্য-সৃষ্টিৰ মাজেদি দি গৈছে, তেওঁলোকৰ ব্যক্তিগত জীৱনৰ বিষয়ে জনাটো সাহিত্যৰ

উপলব্ধিৰ বাবেই নহয়, তেওঁলোকৰ যুগটোইত বুজিবৰ বাবেও অত্যন্ত আৱশ্যকীয়।

পৃথিৱীৰ শ্ৰেষ্ঠ সাহিত্যিকসকলৰ চিঠি বিচাৰি-খোচাৰি নতুন আৰ্হিত সম্পাদন কৰা হৈছে। তাৰ আধাৰত তেওঁলোকৰ চৰিত্ৰও ব্যাখ্যা কৰা হৈছে। উইলিয়াম কংগ্ৰিভ, ছুইফ্‌ট, আলেকজেণ্ডাৰ পোপ, উইলিয়াম ব্লেক্, কিট্‌ছ, চাৰ্লছ লেম্ব, কাৰ্লাইল, ব্ৰাউনিং, জেৰাৰ্ড মেন্‌লি হপ্‌কিন্‌ছ, ষ্টিভেন্‌ছন, অস্কাৰ ৱাইল্ড, জৰ্জ মুৰ, বাৰ্নাৰ্ড শ্ব, জেম্‌ছ জয়েচ, চেকভ, ফ্ৰানজ কাফ্‌কা আদি মনীষীসকলৰ পত্ৰ আজি সৰ্বসাধাৰণ পাঠকৰ জ্ঞানৰ সামগ্ৰী হৈছে। ইসকলৰ অনেকবোৰ চিঠিয়ে তেওঁলোকৰ সাহিত্যিক লেখাবোৰ স্পষ্টতৰ কৰি তোলে, তেওঁলোকৰ সৃষ্টি আৰু জীৱন-বিষয়ক অনেক সমস্যাৰ সমাধান দিয়ে আৰু তেওঁলোকৰ ব্যক্তিগত জীৱনৰ দুখ-দুৰ্গতি আৰু আনন্দ-উদগতিবো আমাক অংশীদাৰ কৰি তোলে। অতি কম ক্ষেত্ৰতহে, বিশেষকৈ আগৰ দিনত, পত্ৰ-লেখকৰ জীৱৎকালতে পত্ৰবোৰ প্ৰকাশ পায়। পোপে তেওঁৰ চিঠিবোৰৰ সংগ্ৰহ এটা প্ৰকাশ কৰিবৰ কাৰণে ছল-বুদ্ধি কৰিহে প্ৰকাশকক ( Curll ) কান্দত পেলাব লগীয়া হৈছিল। কংগ্ৰিভে বন্ধু-বান্ধৱলৈ লেখা চিঠিবোৰ সংগ্ৰহ কৰি সম্পাদন কৰিছিল। অতি কম লোকেহে আনলৈ লেখা ব্যক্তিগত চিঠিৰ নকল ৰাখে, কংগ্ৰিভ আৰু এডিছনে কিন্তু তেনে চিঠিৰ বহি ৰাখিছিল। আমাৰ জে বৰুৱায়ো তেনে কৰিছিল।[৭২৫] চিঠি আৰু দিনলেখা জীৱন-চৰিত-ৰচনাৰ প্ৰত্যয়গ্ৰাহী সামগ্ৰী। অস্কাৰ ৱাইল্ডৰ কিছুমান চিঠিৰপৰা কেলেঙ্কাৰী সৃষ্টি হ'ব বুলি ধ্বংস কৰি পেলোৱাৰ ফলত তেওঁৰ চৰিত-লেখকৰ কিছু অসুবিধাৰ সৃষ্টি হৈছে। তেওঁৰ চিঠিৰ কেইবাটাও সংগ্ৰহ ছপা হৈ ওলাইছে আৰু সেইবোৰে তেওঁৰ কৌতূহলোদ্দীপক চৰিত্ৰত বিভিন্ন ফালৰপৰা পোহৰ পেলায়। তেওঁ কাচিৎ-কেতিয়াবাহে চিঠিত তাৰিখ দিছিল, সেই বাবে পত্ৰ-সংগ্ৰাহকসকলে খামত ডাকঘৰৰ ছাব চাই তাৰিখ নিৰ্ণয় কৰিব লগীয়া হৈছিল।

আলোচনীত ( প্ৰথম বছৰ, দশম সংখ্যা ) '[illegible] হাঁহিৰ [illegible] বেজবৰুৱাই কান্দি পাতিয়ালে' শীৰ্ষক এটি প্ৰবন্ধত 'অলপ বহলাই পৰ্যালোচনা কৰা হৈছে। যদিও বেজবৰুৱাৰ সমষ্টিগত লেখাতে এক হাঁহি বিৰিঙি উঠিছে, আৰু সেই হাঁহিত সাধাৰণ [illegible] সংগঠনক প্ৰকাশ পাইছে, আৰু যদিও তাৰপৰা তেওঁ যেন জীৱনৰ গভীৰলৈ সোমাব নোৱাৰে, এনে এটা ধাৰণাৰ সৃষ্টি হয়, সেই হাঁহি-ধেমালি-ইতিকিঙৰ আঁৰত দুখৰ আঘাতত তেজে-তুমৰলি এখনি হিয়াৰ কথা আমি পাহৰিব নোৱৰা হওঁ এই চিঠিবোৰ পঢ়িলে। বেজবৰুৱাই কবিতাৰ সংজ্ঞা দিবলৈ গৈয়ে তাক পোনতে 'শোকৰ সঙ্গীত, বিষাদৰ সুৰ, আতুৰৰ গুমুনিয়া, লোতক চকুৰ' বুলিছে। 'কিন্তু একো ৰস করুণ এৰ' বোলাতে তেওঁ কথা শেষ নকৰি জীৱন মথি অমৃতৰ ঘট উলিয়াবৰ যত্নত ৰত হৈছে।

'ফুলৰ সৌৰভ, জোনৰ পোহৰ, মৃদু বতাহৰ গতি, শিৱসাগৰৰ বৰপুখুৰীত ৰাতি জোনৰ পোহৰ পৰি চিক্‌মিক্ কৰা সৰু সৰু ঢৌৰ মাজাৰ চাকিৰ' লেখীয়া[ক৬] সাংসাৰিক জীৱনৰ প্ৰথম সন্তানটি তেওঁৰ হিয়া ভাঙি-ছিঙি কৰবালৈ আঁতৰি গ'ল। তিনি কুৰি চাৰি বছৰত তেওঁ অসমৰ গেজেপনি মৰা হাবিত কঠোৰ কষ্ট কৰিব লাগে, 'মোৰ এই বয়সত এনে কাম, এনে হাবিত ঠিক কাৰ্য নহয়' বুলি[ক১৪] তেওঁ জানে। আৰ্থিক সংকটৰ মাজত তেওঁ বন্ধুবৰ্গলৈ চাহ-পাত বেচাৰ উপায় অবলম্বন কৰিবলগীয়া হয়।[গ৮] 'যালৈ চিঠি লেখিবলৈ বহিলে অনটোতে আমন্দাই জাকি মাৰি উঠিছিল', তেনে 'ষড়্‌ কবি' অটব-দুৰ্ঘটনাত জীৱনলৈ মূৰীয়া হোৱাৰ বাতৰি পাই 'সেইজনলৈ মনত পৰিলে বেজাৰত মুখ শুকায় আৰু হাতৰ কাপ কঁপিবলৈ ধৰে।'[ক২২] সম্বলপুৰৰ হাবিৰ হাড়-কঁপোৱা জাৰতো তিনি কুৰি বছৰীয়া বেজবৰুৱাই 'লজই' কৰিবলৈ কঁকালত টাঙালি মাৰিব লগীয়া হয়।[ক৩০] বাৰ্ডৰ চাকৰীত 'অসমৰ পৰ্বতে পৰ্বতে ঘূৰি-sleeper [illegible] কৰি ঘূৰিব লাগে, [illegible] ইত্যাদি' [illegible] লাগে।[illegible] '[illegible] কি

ভয়ংকৰ, তাতে গ'লেই কান্দোন ওলায়।'[ক৮২] মাজে মাজে কজিদ্ খিন্ন, মাজে মাজে ‘অসৰ জগত সত্তৰমত struggle কৰি তাক দূৰত ৰাখিবৰ’ যত্ন, আৰু তাৰ মাজে মাজে হাবিত কাঠ কটাৰ কাম।[ক৮৩১১] তাৰ ওপৰত আকৌ কেতিয়াবা আপোনপেটীয়া[ক৭১] ওপৰৱালাৰ আমনি।[ক৮] মন ভাগি বিক্ষিপ্ত হৈ পৰে।[ক১২১] এইবোৰৰ চিন্তাত তেওঁ বে-পৰোৱা হ বলৈ যত্ন কৰিছে।[ক৮] পথে-প্ৰৱাসে এৰি অহা ঘৰৰ লকজোৰে চিন্তাতো আছেই। কিন্তু তেওঁৰ অগাধ বিশ্বাস আছে ঈশ্বৰৰ ওপৰত।[ক১১৫] মাজে মাজে তেওঁৰ অৱশ্যে আধা-আধি বিশ্বাস কৰিবৰ মন যায় ভাগ্যত।[ক২৩] কিন্তু তেওঁ কোনো দিন আত্মবিশ্বাস আৰু আশা হেৰুৱাই পেলোৱা নাছিল। দুৰৰা কৰিক কেনেকৈ তেওঁ, অৰ্জুনক গীতাৰ কৃষ্ণৰ দৰে, উছাহৰ বাণী শুনাইছে ‘Man should be striving all along to be the master of circumstances and not *their creature* Struggle up to the last for triumphing over all obstacles তুমি অমৃতৰ সন্তান, তোমাৰ ভয় কি? Fight manfully If you even die in the battle, die like a hero Cheer up, my boy, cheer up!’[ক১৭] বেজবৰুৱাই নিজকে যেন কৈ আছে, ‘Cheer up, my boy, cheer up!’ দুৰৰা হেজাৰ হওক অলপ দুৰ্বল, তেওঁ জ্যোতিষ আৰু জ্যোতিষীৰ কাষত আশ্ৰয় ল'ব পাৰে। কিন্তু বেজবৰুৱাই জ্যোতিষতকৈ ডাঙৰ বস্তুত বিশ্বাস কৰে ‘মই কেতিয়াও জ্যোতিষীৰে লেনদেন নকৰোঁ সেই দেখি। ঈশ্বৰহে সুখ-দুখ দিওঁতাৰ গৰাকী।’[ক২৬] পৰশ্ৰীকাতৰ ওচৰ চুবুৰীয়াৰ, নিজৰ আপোন মানুহৰ শাৰনি সদায় আছে। এনে ক্ষেত্ৰত তেওঁৰ মনোভাব *A Tale of Two Cities*-ৰ ছিডনি কাৰ্টনৰ দেখীয়া: Nobody cares for me; and I care for nobody![ক৩৩ প৮] কাঠকটীয়া বহুতো ব্যক্তিৰ ভিতৰত দয়া-মমতাৰে ভৰা এখন স্নিগ্ধ হৃদয় লুকাই আছিল —নিজৰ জনৰ প্ৰতি, আগৰৱালা-দুৰৰা আদি বন্ধুসকলৰ প্ৰতি, অন্যান্য

প্রতি। সেই বিৰুতাতে তেওঁৰ শক্তিৰ এটি উৎস আছিল। আৰু এই সকলোবোৰক যোগসূত্র তেওঁ এটা চিৰন্তন হাঁহিত পৰিণত কৰিব খুজিছিল ; সেয়ে তেওঁৰ জীৱনৰ দৰ্শন হৈ পৰিছিল। হাঁহি তেওঁৰ পাতলালি নহয়, গভীৰতাহে। at any cost, যেন তেন প্রকাৰেণ জীৱন ভৰা আনন্দীক বোধ কৰি ওঁঠ, চকু, কণ্ঠ, মন, সকলোতে হাঁহিৰ ৰাজ্য বিস্তাৰ কৰিব লাগে ঃ এয়ে হ'ল তেওঁৰ বাবে জীৱনৰ মূলসূত্র। অমৃতৰ হাঁহি ৰসক এনেই পায়, কথাই নাই, এনেই নেপালে মৰণ হ'লেও কিনি-কুটি ল'ব লাগে। এয়ে incorrigible ( নিৰ্লজ্জ ? ) হাঁহিবাম বেজবৰুৱাৰ trade secret আনৰ ওপৰতো তেওঁ হাঁহি সাঁচৰাবৰ কাৰণে যত্ন ক্রুটী কৰা নাছিল। যি জীৱনৰ সকলো দখল sad melancholyক এৰি দিছিল ৮১, সেই সুৰবাৰ 'ওন্দোলাই অনা বেজাৰৰ ভাৰৰ' আঁতৰাবৰ বস্তুত তেওঁ লেখিছে, 'তোমালোকৰ কালে বেজাৰৰ ভাও ইমান সস্তা কিয় ? আমাৰ কালে হ'লে বৰ মৰণ —জুই-ছাই। সেই দেখি আমি তেনে বস্তু কিনিবলৈকে এৰি দিলোঁ। আনন্দ-লাড়ুবোৰ কিন্তু এইকালে কমাই পোৱা যায়, বৰ সস্তাত। তাৰে এজাঁৰা-দুজাঁৰা কিনি আনি খাই বেছ আছোঁ। ইমান সস্তা যে ওজায় পোৱা যেন লাগে। কবিৰে ব্রহ্মাবপৰা দান পাইছে, বাগৰি বাগৰি শোৱক। বৰবৰুৱাই সচ্চিদানন্দৰপৰা দান পাইছে, বাগৰি বাগৰি হাঁহক।৮২ বাগৰি বাগৰি হাঁহিব লগৰি তোলাই বেজবৰুৱাৰ যেন জীৱনৰ লক্ষ্য ! মহিশালিত হাঁহিৰ পৰাতহে হাঁহিৰ শক্তি আটাইতকৈ সহজ দেখা যায়। কিন্তু মহিশালিত বোলে ভূত-প্রেতহে হাঁহিব ঠাই। গতিকে, সিইতৰ হাঁহিবপৰা মানুহৰ হাঁহিক নিলগাই ৰাখিব পাৰিব লাগিব King Lear আৰু শেক্‌ছপিয়েৰৰ হাঁহিৰ দৰে, নহ'লে সেই হাঁহি পৈশাচিক হ'ব, কিম্বা হাঁহিয়াতৰ পাত্র হ'ব। আনৰ দুখৰ বেলা সান্ত্বনা দিওঁতে হাঁহি তোলা ৮৩, প্রেম-নিবেদনৰ বেলা 'হাঁস-মুৰ্গীৰ কথাৰে 'ফালি-পুলি' কৰা ৮৪ আৰু আন, কি নিজৰ চৰমতম দুখৰ



৪

গুকান ঘা মুকলি কৰি চকুত চকু পানী বাখি ইঁহা[ক৮] হাঁহিৰে মানৱীয় সাহসিকতাৰে পৰিচয়। সদানন্দ পুৰুষ গুণাভিৰাম বৰুৱাই নিজৰ প্ৰাণপ্ৰিয় পুত্ৰ বিয়োগৰ আতুৰ মুহূৰ্ত্ততো আনৰ হাঁহি তোলাৰ কথা বেজবৰুৱায়ে লেখি গৈছে। তেওঁৰ নিজৰ চিঠিবোৰ ‘ছেলেমি’ ‘ফাজলামি’ৰে ভৰা[ক১৪২] কৰাত তেওঁৰ কোনো সঙ্কোচ নাই। আনক চকুপানী ওলোৱালৈকে জোকাই আনন্দ পোৱাটো তেওঁৰ শিশু-সুলভ ধেমালি। প্ৰজ্ঞাসুন্দৰী আৰু তেওঁৰ dear old soul হুৱৰা কৰি এই প্ৰায় নিঠুৰ ধেমালিৰপৰা সাৰি নগৈছিল। তেওঁ ‘দন্ত বিহীনং জাতং তুণ্ডং’ বুঢা বামুণ হৈ ‘বুঢী বামুণী’লৈ প্ৰেম পত্ৰ[ক৫৫ ৬৮] লেখে, আৰু সেইবোৰ চুৰ কৰি পঢা বাবে জোৱাযেকক বেঞ্চৰ ওপৰত থিয় হ’বলৈ আদেশ দিয়ে, আৰু বুঢীলৈ চেনেহত পঠিয়া’য় ‘এটা কাণমলা’।[ক৫] হুৱৰাযে তেওঁৰ বিশেষ চিকাৰ আছিল জোকোৱা বিষয়ত।[ক৯] লোকক নাম দিয়া তেওঁৰ জোকোৱা স্বভাৱৰে এটা অঙ্গ, তেওঁ ক’ৰবাত পটলা আৰু হাবলি নাম দি অৰুণা আৰু দীপিকাৰ কথা লেখিছে[ক৫৭ ৯৮], নিজৰ গুৱনী শ্ৰীমতীৰ কাৰণে স্থায়ীভাৱে ‘পৰি’ নামটো ঠিক কৰিয়ে লৈছে। প্ৰজ্ঞাসুন্দৰীলৈ লেখা চিঠিবোৰত তেওঁ কত ঠেও ধৰি সম্বোধন কৰিছে, ‘বলি ও বড বৌ’ (বোপাঁই হেবা বৰঘৈণী), ‘বলি ও পটলার মা’, ‘হ্যা গা ফেলারাম-গিন্নি’, ‘বলি ও ব্রাহ্মণি’, ও আমার সাধের গিন্নি এবং নতুন গিন্নি রত্না দেবীর মা’!! এখন চিঠিততো এজনী পৰীৰ ছবিকে আঁকি দিছে ‘পৰি’ বুলি মতাৰ পৰিৱৰ্ত্তে।[ক৬৩] প্ৰজ্ঞাসুন্দৰীলৈ দিয়া চিঠিবোৰৰ তলৰ চহীবোৰো ধেমেলীয়া: ‘তোমার ফেল্‌না ফেলারাম’, ‘শ্রীহাব্‌লির বাবা’, তোমার দিনের মিছি [ রাম ] ফেলারাম’, শ্রীফেলারাম শর্ম্মণ’, ‘শ্রীআমি শর্ম্মা’, ‘শ্রীবুড় বামুন,’ ‘শ্রীফোকলাবাম শর্ম্মা’, তোমার আমি’, ‘বিরহজনিত প্রেমানন্দ-ঘনীভূতরস বুঢ ব্রাহ্মণ’, শ্রীতোমার চিন্তান্বিত বুড়’, ‘শ্রীঘোড়ার ডিম’, ‘শ্রী P+L (not Roy but Bezbaroa)’, ইত্যাদি!! এখন চিঠিততো ‘চেনা

বামুনের পৈতার দরকাব কি' বুলি চহীকে নকবিলে।[ক৫৩] অকণালৈ দিয়া এখন চিঠিব তলব দস্তখত 'Papa, the Victim of Tooth-ache,'[ক৫৫] স্বৰবালৈ তেওঁ 'অকলশবীয়া পছ হৈ থকাব কথা লেখি তলত চহী দিছে 'শ্ৰীহ ব লগীয়া খহুৰা'[ক১৩], হেমচন্দ্ৰ গোস্বামীলৈ দিয়া এখন চিঠিব চহী 'Bez, the Banaprasthi'[গ১২], সত্যব্ৰত জোৱাইলৈ বুলি দিয়া এখনত আকৌ চহী হ'ল 'তোমার পিতাজীবন, আমার নাতিবাবুর দাদাজীবন, আর অরুণু মার পাপাজীবন, এই তিন জীবনের সমষ্টি শ্ৰীনির্জ্জীবন।'[ক১৪৩] মুঠতে কোনো পৰিস্থিতিত গোমোঠা মুখ লৈ হাঁহি এটুকুৰা দলিয়াই দি নোযোৱাকৈ তেওঁ কাকো সাৰি যাবলৈ নিদিছিল।

তেও নিতান্ত সাংসাৰিক মানুহ, স্ত্ৰী কন্যা-জোৱাই-নাতিৰ প্ৰতি তেওঁ কিমান অনুৰক্ত, এই চিঠিবোৰে তাৰ সাক্ষ্য দিব। তেওঁ সহধৰ্মিণীক আৰু মাতৃভূমিক তুলাচনিখনৰ দুমূৰে সমান কৰিও ধৰি চাইছে।[ৰ৮৭] তেওক 'শত বাঁধন জড়ায় হে।' আপোন জনৰ দুখত তেও কাতৰ। কিন্তু তেওৰ এই কাৰুণ্য ঘৰচীয়া চৰাই-পছুলৈকে, ময়নী-ভগৱতী নাম দিয়া গাইলৈকে বিয়পি পৰিছিল। আনফালে আনৰ চৰিত্ৰৰ বিশেষত্ববোৰত তেওঁৰ সহজে চকু পৰিছিল। এই বিষয়তে দীপিকাৰ[ক১ ১ ১১১ ১১৩] বিষয়ে মন্তব্যকেইটি মন কৰিলেই হ'ব। বয়সৰ অগ্ৰগতিত তেওঁৰ যেন সদায় আপত্তি। এসময়তো তেওঁ প্ৰস্তাবেই গ্ৰহণ কৰিছিল, বয়স বছৰি বাঢিবলৈ নিদি কমাইহে নি থাকিব, আৰু সময়ত নাতিয়েকৰ লগ ধৰিবগৈ।[ক১৩৯ ১৪১] কোনোবাই বুঢ়া বুলিলে সেই দেখি তেও ভাল নাপাইছিল। জীৱনৰ শেহলৈকে তেও অসুখৰ লগত হাঁহিমুখে যুজিছিল, আৰু ডাক্তৰে বিদায় দিলেও তেও জীৱনৰপৰা বিদায় নিবিচাৰিছিল।[ক১৫]

বহুতে ভাবে, দীপিকাৰ ধৰ্মান্তৰগ্ৰহণে তেওঁৰ জীৱনৰ শেহৰ খোজকেইটা থৰ কৰি তুলিছিল। কিন্তু ধৰ্মান্তৰকৰণেই তেওঁ দুখ পোৱাৰ প্ৰধান কাৰণ নহয়। সৰু জীয়ৰীয়ে আন ধৰ্ম লোৱাৰ মনস্থ কৰাত তেওঁ

বিষম আঘাত পাইছিল, জীয়েকে পিতৃ-মাতৃ আৰু আত্মীয়সকলৰ অপৰিসীম স্নেহক অস্বীকাৰ কৰি তেওঁলোকক এৰা দিবলৈ থিৰাং।[ক৮৩] বেজবৰুৱাৰ এই প্ৰথম খুলাত তেওঁ ডায়োচেছানৰ খ্ৰিস্টানসকলৰ প্ৰতি ৰুষ্ট হৈ উঠিছিল।[ক১৪৭] কিন্তু তেওঁৰ ধৰ্মৰ পথ সংকীৰ্ণ নাছিল। একমতে বেজবৰুৱাই নিজেই ধৰ্মান্তৰ লৈ ব্ৰাহ্ম হৈছিল, ব্ৰাহ্মধৰ্মক মহাপুৰুষীয়া ধৰ্মৰ সমপৰ্যায় কৰি ব্যাখ্যা কৰিছিল। সেইহে দীপিকাৰ নতুন ধৰ্মক তেওঁ পিছলৈকে শত্ৰুৰূপে ভাবি থকা নাছিল। খ্ৰীস্টধৰ্মও ঈশ্বৰক পাবৰ এটি পথ বুলি তেওঁ বুজিছিল। 'ৰাম, ৰহিম, যীশু, যাৰ দুৱাৰেদিয়েই যাওক, আন্তৰিকতাই মানুহক গন্তব্য স্থান পোৱাই দিবগৈয়ে। পৃথিৱীৰ বন্ধনবোৰ ছুদিনীয়া আৰু সেইবিলাকেই প্ৰকৃত বস্তু নহয়।[ক১২৫] বিলাতত থকা খ্ৰীষ্টিয়ান জীয়েকৰ বাবে তেওঁ সেই দেখি অতি আনন্দেৰে গীৰ্জাৰ স্তুতিগীতৰ বঙলা অনুবাদ কৰি দিছিল।[ক১৩১ ১৩২] শেষবাৰৰ বাবে দীপিকাক বেলত তুলি বিদায় দিয়াৰ বেলা তেওঁ ইমানকে মাথোন উপদেশ দিছিল, তুমি যি পাইছা, তাক এৰি নিদিবাঁ।' বেজবৰুৱাৰ মৃত্যুৰ পিছত সকলোটি সম্বলপুৰৰ ঘৰলৈ যাওঁতে পুৰণি কাগজ পত্ৰৰ মাজত ভাতৃৰ গোপালচন্দ্ৰ বেজবৰুৱাৰ হাতৰ চহীবে এখনি বাইবেল ওলাই পৰিছিল। দীপিকাই তাকে পৰম সম্পত্তি বুলি লগত লৈ আছিল।

ধৰ্ম-বিশ্বাসৰ বিষয়ত যেনেকৈ নতুন যুগে এক বন্ধনহীনতা আনি দিছিল, খাদ্যাখাদ্য-পেয়াপেয়ৰ বিষয়তো তেনেকৈ সময়ে আমাক উদাৰ কৰি তুলিছে। বেজবৰুৱাই 'মোৰ মাতৃমুখ-দৰ্শন'ত জাহাজৰ খানচামাৰ বহিত বামুণৰ ল'ৰাই টোকা লেখা বাবেই নৈষ্ঠিক সমাজে 'চাহ-পানীৰ টেকেলিত ধুমুহা' সৃষ্টি কৰাৰ কথা লেখিছে। কিন্তু বেজবৰুৱাৰ কালতে খাদ্যাখাদ্য বিচাৰ উদাৰ হৈ পৰিছিল।[ক১৮ ৮৯ ১২২ ১৪১ ১৪৬] ব্যক্তিৰ ওপৰত পুৰণি সমাজৰ বান্ধোন আৰু আন কাৰণবশতঃও ঢিলা হৈ বা সুলকি পৰিছিল। সামাজিক বিবৰ্তনৰ অনেক কথাৰ গম এই চিঠিখিনিৰপৰা ধৰিব পৰা যাব। বেজবৰুৱাই ঠাকুৰ-পৰিয়ালৰপৰা বিয়াকৈ জোৱাঁয়ী

কথাটো একেই ধৰণে বিভিন্ন কথাৰূপে পৰিগণিত হৈছিল। মানৰ ঘটনাৰ মাজতেই, বেজবৰুৱাৰ নিজৰ ঘৰতে তেওঁৰ অৱস্থা কাহিল হৈছিল।[ক৫৪] কোনোবাই বিলাতত বিয়া কৰাৰ খবৰ শুনালেই চাঞ্চল্যৰ সৃষ্টি হয়।[ক৫৫, খ৫১] খ্ৰীষ্টিয়ানৰ কলেজত পঢ়া হোৱালী খ্ৰীষ্টিয়ান হ'লে সমাজত আলোড়নৰ সৃষ্টিৰ আশংকা হৈছিল।[ক৫৩] ব্ৰাহ্ম আৰু আৰ্য-সমাজিষ্ট[খ২৫] অসমতো সক্ৰিয় হৈছিল। দামোদৰদেৱে শংকৰদেৱৰ আজ্ঞা লোৱা কথাটো থকা বাবে গোহাঞি বৰুৱাৰ বুৰঞ্জীৰ বিৰুদ্ধে হৰকান্তলৈ লেখা-লেখি চলিছিল।[খ৫১] এই প্ৰসঙ্গতে এনে মত লৈ 'বাঁহী'-'প্ৰদীপিকা'ৰ যুঁজখনৰ কথা সুঁৱৰিব পাৰি, তাৰ কথা আৰু সেই যুদ্ধৰ বীৰ বেজবৰুৱা-ক্ৰাকতিয়ে অৱলম্বন কৰা ৰণ কৌশলৰ কথা ডক্টৰ কাকতিৰ চিঠিখিনিৰপৰা স্পষ্টকৈ জানিব পাৰি।[খ৬ ৬৮] ব্ৰাহ্মণ-ক্ষত্ৰিয়-বৈশ্য-শূদ্ৰ লৈ হোৱা নতুন খেলিমেলিৰ কথাও দুই-এখন চিঠিয়ে সোঁৱৰাব।[খ৩৩] ডক্টৰ কাকতিৰ চিঠিত সেই সময়ত হোৱা গোসাঁই-বৰ্জন সভা-সমিতিৰ[খ৬৩] আৰু ব্ৰাহ্মণ-শূদ্ৰ আদিক লৈ উপস্থিত হোৱা সামাজিক সমস্যাৰ[খ৬৭] বতৰা পোৱা যাব। শিৱ ফুটা বেজবৰুৱা পৰিয়ালতো নানা বিবৰ্তন আৰু আলোড়নৰ সূত্ৰ উঠিছিল,[খ৭২ ১১২] যদিও দীননাথ বেজবৰুৱা ডাঙৰীয়াই পুৰণি সমাজক নতুনৰ ভেটিত নিজৰ গৰিমাৰে প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছিল। ভাগ্যৰ কথা যে আমি আজি পুৰণিকলীয়া সমাজৰ অনেক সৰু ভাৱ আৰু বিৰোধক নিৰুদ্বেগ দৃষ্টিৰে চাব পৰা হৈছো, উদাৰ বুলি চিনাকিও দিছো নিজৰ। কিন্তু পাৰ হৈ যোৱা এই যুগটোৰ এটি বস্তু এৰি আহি আমি বহুত হেৰুৱা যেন অনুভৱ কৰিছো। সেয়া হ'ল চেনেহা-চেনেহি।

বেজবৰুৱা আৰু তেওঁৰ মহলৰ (circle) বা 'সত্ৰখন'ৰ[ক১ ক১] বিষয়ে বুজিবৰ বাবে এই চিঠিখিনি এটি সুন্দৰ উপায়। কমলাকান্ত ভট্টাচাৰ্য বেজবৰুৱাৰ 'সোপা-সোপে মৰমৰ, লাডুৰে আডুৰে চেনেহৰ' হৰিভকত,[ক১] অপূৰ্ব 'অষ্টাবক্ৰ-সংহিতা'কাৰ, দাৰ্শনিক, বন্ধুমহলৰ হাতী-বাপু বা হাতী-ডাঙৰীয়া (এসময়ত হাতীৰ কাৰবাৰত লাগিছিল বুলি)। চন্দ্ৰকুমাৰ

আগৰৱালা ?—'তুমি জানা মোৰ কি বস্তু'[ক৮], কাৰণ এওঁৰ জগতে কলিকতাৰ বেজবৰুৱাৰ love at first sight হৈছিল বুলি 'জীৱন সোঁৱৰণ'ত কোৱা হৈছে, গতিকে তেতিয়াবেপৰা দুয়ো দুইৰো 'অভিন্নহৃদয়।'[ক৩১] হেমচন্দ্ৰ গোস্বামী বেজবৰুৱাৰ সদায় 'গোসাঁই ভিয়েৰ', যাৰপৰা লেখা নেপালে তেওঁ নিৰ্বিঘ্নে ঘোষণা কৰিব পাৰে যে মুৰ আৰু গাৰিৰ বিচ্ছেদ ঘটিব পাৰে বুলি।[গ১] কনকলাল বৰুৱা আৰু ঘনশ্যাম বৰুৱা—পিছত মন্ত্ৰী হোৱা এই দুয়োজন বেজৰ পৰম সুহৃদ। আৰ্ল ল কলেজৰ শকত প্ৰিন্সিপেল জে বৰুৱা বেজবৰুৱাৰ সম্বন্ধত নাতি, সম্বোধনত 'জ্ঞান বোপা' আৰু সত্ৰীয়া ভাষাত 'ডেকা গোসাঁই (যিজনে আমাক, আমাৰ সত্ৰৰ সমূহ বাপসকলক জ্ঞান দি আনন্দিত কৰে)।'[ক১] আগৰৱালা আঁক জ্ঞানদাভিৰামেৰে এই স্নেহ ধাৰ নিছিগাকৈ শেহলৈকে বৈ আছিল। ডক্টৰ কাকতি, ডিম্বেশ্বৰ নেওগ, জ্যোতিপ্ৰসাদ আগৰৱালা আদিও বেজবৰুৱাৰ মহললৈ আকৃষ্ট হৈ সোমাই পৰিছিল। যতীন্দ্ৰনাথ দুৱৰাই বেজবৰুৱাৰ অন্তৰত বিশেষ এডুখৰি ঠাই অধিকাৰ কৰি বহিছিল।[ক১৫২২] সম্বলপুৰত তেওঁৰ পোনতে আচহুৱা আচহুৱা যেন লাগিছিল, তাত এটা-এডোখৰ অসমীয়া মাত-কথা শুনিবলৈ নাই ঘৰে পৰে, 'অসম আৰু অসমীয়াৰ প্ৰভাৱৰপৰা আঁতৰ।'[ক১১] কিন্তু অতি অলপৰ ভিতৰতে তেওঁৰ সম্মোহন ব্যক্তিত্বৰ চাৰিওফালে বেছ এটি বন্ধু চক্ৰ গোট খাই পৰিল। যোগেন্দ্ৰনাথ সেন, নীলমণি সেনাপতি, হামিদ, ৰমেশচন্দ্ৰ আদি ওখ খাপৰ বিষয়া আৰু আনসকল তেওঁৰ কথা-বতৰা, খোৱা-বোৱা, চিকাৰ-অভিনয়ত অনুৰক্ত সঙ্গী হৈ পৰিল। ইসকলৰ দুই-এজন যেতিয়া বদলি হৈ আঁতৰি যায়, বেজবৰুৱাৰ মনত বিষাদৰ হেঁচা পৰে।[ক১৪৫১৪৬] 'মহানদীৰ কোলা' তেওঁৰ কাৰণে আপোনবো আপোন ঘৰ হৈ পৰে। বন্ধুসকলৰ প্ৰতি বেজবৰুৱাৰ আসক্তি প্ৰবল। যেতিয়া তেওঁলোক পৃথিৱীৰপৰাই আঁতৰি যায় মাইকেল মধুসূদনৰ বাৰ্ণৰ ভাষাৰে তেওঁ হুমুনিয়াহ কাঢে 'কিন্তু একে একে শুখাইছে ফুল এবে, নিবিছে

শ্ৰেষ্ঠটি।’[ক১২৫] চন্দ্ৰকুমাৰ আগৰৱালাৰ মৃত্যু যেন তেওঁৰ জীৱনৰ মধ্যৰপৰা বিদায়ৰে শেষ ইঙ্গিত হ’ল. ‘মই অকলশৰে পৰি ৰ’লো।’[ক ৩৪]

ভোলানাথ বৰুৱাৰ লগত বেজবৰুৱাৰ সম্পৰ্ক বন্ধু-ৰূপে আৰু ব্যৱসায়ৰ অংশীদাৰৰূপে অতি গভীৰ আছিল। তেওঁলোকৰ যে বিচ্ছেদ হ’ব পাৰে, এই কথা এদিন সপোনৰো অগোচৰ হ’ল। কিন্তু সিয়ে হ’ল। তাতে কুট লোকে অনেক কথা গাবৰ কাৰণে সুবিধা হৈছিল, বা এতিয়াও কোনোৱে সেই সুবিধা এৰি দিয়া নাই। কিন্তু ব্যৱসায়ৰ ক্ষেত্ৰত দুইৰো মনোমালিন্য আৰু এৰা এৰি হোৱাৰ পিছতো তেওঁলোকৰ সৌহাৰ্দ্য অটুট আছিল, এইটিহে এই দুজনা মহৎ অসমীয়াৰ মহত্ত্বৰ পৰিচয়। বিহাৰ-উৰিষ্যাৰ হাবিত দুইজনৰ কাঠৰ কাৰবাৰ চলিছিল। বৰুৱা কেতিয়াবা বেজবৰুৱাৰ ঘৰলৈও গৈছিল আন কাম-বন পেলাই থৈ। দিল্লীত বৰুৱাৰ সাংঘাতিক মটৰ দুৰ্ঘটনাৰ বতৰা শুনি বেজবৰুৱা লৰি গৈছিল নিজৰ কাম এৰি। জীৱনৰ শেহৰ সময়ত হাওড়াৰ ঘৰত বৰুৱা ৰোগ-শয্যাত পৰি থকাত বেজবৰুৱাই দেখা কৰিছে, স্মৃতিশক্তি হেৰুওৱা বৰুৱাই বেজবৰুৱাক কোনোমতে চিনি পাই চকুলো টুকিছে। দুদিনৰ পিছৰ বৰুৱাৰ মৃত্যুৰ সংবাদ পাই বেজবৰুৱাই দিনলেখাত টুকি থৈছে ‘এজন বন্ধু আৰু মহৎ লোক হেৰাল।’ পত্নী-কন্যাক সেই দুখৰ বাতৰি দি লেখিছে ‘মোৰ এজন ডাঙৰ বন্ধু আৰু আপদে-বিপদে সকলো সময়তে এক প্ৰধান সহায় হেৰুৱালো।’[ক৬৬ ১১২] বৰুৱাই তেওঁৰ উইলত বেজবৰুৱালৈ পাঁচ হেজাৰ টকা এৰি যায়।[খ১১১] আজিৰ হিচাপত এই টকা তাকৰ যেন লাগিলেও দুইজনৰ সৌহাৰ্দ্যৰ চিনস্বৰূপে তাৰ মূল্য তাকৰ নহয় কোনোমতে।

বেজবৰুৱাৰ চিঠিবোৰৰ মূল্য জীৱন কথাৰ দলিল বা সাক্ষ্য ৰূপেই সৰ্বাতোকৈ বেছি। কিন্তু আমাৰ আটাইতকৈ লাভ সেইবোৰত তেওঁৰ সান্নিধ্য লাভ কৰিব পাৰোঁ, মানুহজনক তেওঁৰ মহত্ত্ব আৰু দুৰ্বলতাত চিনি পাব পাৰোঁ। এই চিঠিবোৰ প্ৰকাশৰ কাৰণে লেখা হোৱা নাছিল এইবোৰ সেই দেখি সাহিত্যিক epistle নহয়। কিন্তু ঠায়ে ঠায়ে

সিবোৰৰ সাহিত্যিক সৌন্দৰ্য আৰু মূল্য আছে। সেইবাবনো তিনিৰ একোটাইত অংশ ছিঙি আনি ল'লে সুন্দৰ একোটি লিৰিক-তুল্য বস্তু ধৰা পেলাব পৰা যাব। আনকালে এই চিঠিবোৰে এজন শ্ৰেষ্ঠ লেখকৰ সাহিত্য-সৃষ্টিৰ পটভূমিটি আমাৰ আগত স্পষ্ট কৰি তুলিছে। সমালোচকৰ সাহিত্য-বিচাৰত সিবোৰৰ মূল্য বিশেষতে তাৰ প্ৰকাশভঙ্গীৰ বা ৰচনা-শৈলীত। সৰ্বোপৰি বেজবৰুৱা মানুহজনৰ স্পৰ্শ এইবোৰত পৰি আছে। ছুহেজাৰ বছৰৰ আগতে লেখা ৰোমৰ চিন্তাশীল ব্যক্তি চিচেৰোৰ চিঠিবোৰত তেওঁ তেওঁৰ ঘৰুৱা কথা, টকা-পইছাৰ নাটনিৰ কথা, বিশ্বাসঘাতক বন্ধুৰ কথা, ওচৰ চুবুৰীয়াৰ পৰা পোৱা আমনিৰ কথা, ঘৰ-দুৱাৰ সজা বা মেৰামতিৰ কথা, নতুন কেলেঙ্কাৰী আৰু ভোজ ভাতৰ কথা আৰু সৰু-সুৰা আন এপ-এটা ঘটনাৰ কথা কৈছে। জীয়েক টুলিয়াৰ প্ৰতি চিচেৰোৰ স্নেহে চিঠিবোৰত এক মধুৰ সুষমা দিছে। প্ৰবন্ধুৱা জীৱনে তেওঁক ইটালীৰ প্ৰতি আসক্ত কৰি তুলিছিল। বেজবৰুৱাৰ চিঠিত এনে ধৰণৰ ব্যক্তিগত আৰু ঘৰুৱা জীৱনৰ আভাসেই ঘূৰাই পাওঁ। চিচেৰোৰ এক শতিকাৰ পিছৰ বাইবেলৰ ছেইণ্ট পলৰ epistleবিলাক যদিও epistle, প্ৰবন্ধ-জাতীয় ৰচনা, তাতো মানুহৰ ব্যক্তিগত জীৱনৰ অনুভূতি আহি ভুমুকি মাৰিছে। আলেকজেণ্ডাৰ পোপৰ চিঠিবিলাক প্ৰকাশ হোৱাৰ লগে লগে ইংৰাজী ভাষাত ব্যক্তিগত চিঠিৰ সাহিত্যৰ এটি অঙ্গ-ৰূপে স্বীকৃত হ'ল, আৰু সাহিত্যিকৰ ব্যক্তিগত সম্পৰ্ক আৰু অনুভূতি আন সাহিত্যিক পাঠকৰ সুখাদ্য বুলি গৃহীত হ'ল। পোপৰ মনোৰম পত্ৰ-শৈলীয়ে ( epistolary style ) এই স্বীকৃতি সহজ কৰি তুলিলে। বেজবৰুৱাৰ কলমতো সম্মোহন আছে ডক্টৰ কাকতিৰ ভাষাত, 'অতি সাধাৰণ কথা এটিও বেজবৰুৱাৰ ভাষাৰ সাজ পিন্ধিলে মনোমোহা হৈ উঠে।'

বেজবৰুৱাই প্ৰজ্ঞাসুন্দৰীলৈ আৰু নিজৰ জীয়েকহঁতলৈ অসমীয়াত চিঠি নেলেখি বঙলাতে লেখিছে। ঘৰতো "সিদকলেবে তেওঁ, কাৰটিং

থাবায় তেওঁৰ প্ৰাণে বল পাই আমাক অসম, অসমীয়া, শঙ্কৰদেৱ, অসমীয়া সংস্কৃতি ধৰি ৰাখিবলৈ অন্তহীন উৎসাহ যোগায়। বঙলাত চিঠি লেখা, যৰত বঙলাত কথা কোৱা বেজবৰুৱাক বাদ দি এজন বেজবৰুৱা আৱিষ্কাৰ কৰি ল'ব নোৱাৰোঁ। 'বাপৰ বেটা' তেওঁৰ অসমীয়া 'বাৰ হাত জালৰ তেৰ হাত কটা'ইদি 'বৌ-ৰবালি সৰকি গৈ' আমি 'পুঠিখৰিহনা পাহে প্ৰাহে ব'লো' কিয়, সিও কাৰবাৰ কাৰণে নাঁপ্ৰবনেকি। এই চিঠিবোৰ ব্যক্তিগত আৰু গোপনীয় সম্পত্তি, সি আজি ৰাজহুৱা হ'ব বুলি জনা হ'লে তাৰ ৰূপেই বেলেগ হ'লহেঁতেন। আমিও আজি অসমীয়া বন্ধু-বান্ধৱী আৰু ল'ৰা-ছোৱালীলৈ ইংৰাজী বা হিন্দীত চিঠি দি তৃপ্তি পাওঁ—কোনো আৱশ্যকতা নহ'লেও।

তেওঁ কি চমৎকাৰ বঙলা লেখে! বঙলা সাহিত্যৰ অধ্যয়নো তেওঁৰ বিস্তৃত। ইতো দোষৰ কথা হ'ব নোৱাৰে, গুণহে। অনভ্যাসৰ বাবে ক'ৰবাত কেনেবাকৈ হস্তীৰ পাও পিছলিব পাৰে বুলি তেওঁ জানে [ক৬৪] আৰু বঙালী লোকে সুন্দৰ বঙলাত চিঠি লেখা দেখিলেও তেওঁৰ 'লোভ হয়'। [ক১৩৫] কিন্তু ঠায়ে ঠায়ে তেওঁ নিজেও জতুৱা বঙলা আৰু ঠায়ে ঠায়ে প্ৰাদেশিক কথ্য ভাষা ব্যৱহাৰ কৰি বাহাদুৰি দেখুৱাবলৈ এৰা নাই। আনফালে তেওঁৰ দৰে কেইজনে সুন্দৰ অসমীয়া শৈলী লেখিব পাৰে? উদাহৰণ-স্বৰূপে, 'পত্ৰলেখাৰ' প্ৰথমৰ চিঠিখনিকে চাওক, তাত কেনেকৈ সক্ৰীয়া ঢং মনোৰমকৈ ব্যৱহাৰ কৰা হৈছে। তেওঁৰ ভাষা সদায় ক্ৰিয়াশীল আৰু ক্ৰীডাশীল—অসমীয়াতে হওক, বঙলাতে হওক বা আন কি ইংৰাজীতে হওক। সম্বলপুৰীয়া বেজবৰুৱাৰ ভাষাত ঠায়ে ঠায়ে ওড়িয়াৰ প্ৰভাৱো নপৰাকৈ থকা নাই। [ক৫৩ ৫৬৯ ৯১]

দিনে-ৰাতি কাঠ কটা কামত ব্যস্ত বেজবৰুৱাৰ অধ্যয়নৰ পৰিসৰ কেনে বহল এই চিঠিবোৰৰ মাজৰ উক্তি আৰু উল্লেখবোৰে আমাক সোঁৱৰাই দিব। তেওঁৰ সংস্কৃতিশীল মনে তেওঁক পুথি-পত্ৰ আৰু গীত-অভিনয় আদিলৈ সদায় টানিছিল জীৱনৰ গুকান কামৰ মাজতো।

ইংৰাজী আৰু সংস্কৃত সাহিত্যৰ চৰ্চা তেওঁৰ শেহলৈকে আছিল। তেওঁৰ দিনলেখাৰ বহিবোৰৰ শেহৰ পাতবোৰত নানা ঠাইৰপৰা, বিশেষকৈ সংস্কৃত ভাষাৰ, উদ্ধৃতি টুকি থোৱাটো এটি অবিৰল স্বভাবত পৰিণত হৈছিল। বৈষ্ণৱ পুৰাণ, ভক্তি সূত্ৰ, উপনিষদ আদি তেওঁ বিশেষভাবে অধ্যয়ন কৰিছিল। ইংৰাজী সাহিত্যৰ হিউমৰিস্টসকলৰ ( জেৰোম কে জেৰোম পৰ্যন্ত ) তেওঁৰ পৰিচয় বৰ্তিছিল। বেলেগ বেলেগ পৰিস্থিতিত তেওঁৰ মনে সুঁৱৰিছিল শঙ্কৰদেৱৰ বা ৰবীন্দ্ৰনাথৰ বা মাইকেলৰ কবিতাৰ শাৰীবোৰ। তেওঁৰ বঙলা কবিতা চিঠিৰ মাজতো শঙ্কৰদেৱে আহি ভুমুকি মাৰিছে।

# দিনলেখাত লক্ষ্মীনাথৰ জীৱনৰ ছাঁ

## প্ৰথম খণ্ড

দিনলেখা শব্দটো মতুৰ্থকৈ ইংৰাজী diary বা journal অৰ্থত অসমীয়া আইৰী-গোৱালিৰপৰা তাৰ আদি উলিওৱাৰ দৰে উলিওৱা হ'ল। ইংৰাজী diary শব্দটো লেটিনৰ diarium (< dies, দিন) শব্দৰপৰা হৈছে। journal শব্দটো আকৌ অৰ্বাচীন লেটিনৰ diurnalis-ৰপৰা ফৰাচী ভাষাৰ যোগে ( য'ত journal মানে হ'ল দৈনিক ) ইংৰাজীত ওলাইছেহি। journal শব্দৰ অৰ্থ এতিয়া ব্যাপক, ডায়েৰি অৰ্থত সি কেতিয়াবা ব্যৱহৃত হয়, কিন্তু সভাৰ কাৰ্যবিৱৰণি ( Journal of the House of Lords যেনেকৈ ), গহীন শিক্ষা গৱেষণাৰ অনুষ্ঠানৰ পত্ৰিকা (*Journal of the University of Gauhati* যেনেকৈ ) অৰ্থত ইয়াৰ ব্যৱহাৰ অধিক বহুল। প্ৰাচীন গ্ৰীকসকলেও দিনলেখা ৰাখিছিল। তেতিয়া তাৰ নাম আছিল ephemerides পিছৰ কালত ষোড়শ সপ্তদশ শতিকাৰ এজন দুইজ পণ্ডিতে মাথোন এই গ্ৰীক শব্দটো দিন-লেখা অৰ্থত ব্যৱহাৰ কৰিছিল। ডায়েৰিত এজন ডায়েৰিস্টে দিনে দিনে অভিজ্ঞতা লাভ কৰা বা শুনা ঘটনা বা কাৰ্যৰ সোঁৱৰণ ৰাখি যায়। *Encyclopedia Americana*ই কয় It describes matters coming under the writer s observation, including those gleaned from contemporary reports, correspondence and conversations, with his personal comments. Not all daily records kept by an individul are diaries in the generally accepted sense of the term, connoting those which have some biographical, historical or literary value

ইউৰোপীয় পুনৰ্জাগৰণৰ শেষ পৰ্যন্ত দিনলেখাৰ সাহিত্যিক মূল্য স্বীকৃত হোৱা নাছিল। ইংলেণ্ডতে ভিক্টোৰিয়ান যুগত বহুলভাৱে দিনলেখা লিখাৰ ৰীতি হ'বলৈ ধৰে, যদিও সেইবিলাকক সৰহখিনি ক্ষেত্ৰতে প্ৰকাশৰ উদ্দেশ্যেৰে লিখা নাছিল। সপ্তদশ-অষ্টাদশ শতিকা দিনলেখা বিষয়ত চহকী, আৰু সিবোৰৰ প্ৰায় সকলোবিলাক লেখকৰ মৃত্যুৰ পিছতহে ছপা হৈ ওলায়। ১৬৪১ৰপৰা ১৭০৬লৈ লেখা জন এভেলিনৰ ডায়েৰিয়ে কৌতূহল সৃষ্টি কৰি আৰু আমোদ দি আহিছে। কিন্তু তাৰ জ্যোতি ম্লান কৰে চেমুৱেল পেপিছৰ (১৬৩৩-১৭০৩) বিখ্যাত দিনলেখাই নানা বিষয়ৰ খবৰ আৰু বিশেষকৈ লেখকৰ স্ব-চৰিত্ৰাংকনৰ বলত। ১৬৬০ৰ ১ জানুৱাৰীৰপৰা ১৬৬৯ৰ ২৯ মেইলৈকে তাত কথা লেখা হৈছে। পেপিছৰখনৰ পিছতে অদ্ভুত চৰিত্ৰ এটাৰ আত্মচিত্ৰণেৰে কৌতূহলোদ্দীপক বস্তু হ'ল জনাথান স্বুইফ্‌টৰ বিখ্যাত *Journal to Stella* পিছৰ যুগৰ অনেক বিখ্যাত সাহিত্যিক আৰু চিন্তাবিদে তেওঁলোকৰ দিনলেখা ৰাখি গৈছে। ছাৰ ৱাল্টাৰ স্কটৰ (*Journal*, প্ৰকাশ ১৮৯ ) নাম ইয়াতে ল'ব লাগিব। আৰ. ডব্লিউ ইমাৰ্ছনৰ *Voyage Round the World* দিনলেখাৰ আৰ্হিতে লেখা। *Journal of Katherine Mansfield* তাৰ মানৱীয় অনুভূতিৰ মনোৰম প্ৰকাশৰ বাবেই জনাজাত। বৰ্তমান সময়ৰ আঁদ্ৰে জিদৰ দিনলেখা (*Journals, 1889-1939*) অতি উত্তম বস্তু। ৰবীন্দ্ৰনাথৰ 'ৰাছিয়াৰ চিঠি' আদিত সচেতন অনুভৱবিলাক আৰু চিন্তাধাৰা জিলিকি উঠিছে।

লক্ষ্মীনাথ বেজবৰুৱাই কেতিয়াৰপৰা দিনলেখা লিখা আৰম্ভ কৰে, সেই খবৰ আমাৰ নাই। অসম সাহিত্য-সভাই প্ৰকাশিত তেওঁৰ 'দিনলেখা'ৰ প্ৰথম খণ্ডত যিখিনি বস্তু সন্নিবিষ্ট আছে, সি ১৮৯৫ৰপৰা ১৯০৩ লৈকে এইকেইটা বছৰ সামৰে। ১৮৯৫ৰ আগৰ দিনলেখা বোধহয় নাছিলেই। লক্ষ্মীনাথৰ দিনলেখাখিনিৰপৰা নিজৰ মৃত্যুৰ পিছত তেওঁৰ সহধৰ্মিণী প্ৰজ্ঞাসুন্দৰীয়ে তেওঁৰ 'স্মৃতি'ৰ লগত মিলাই চিত্ৰত ছাঁ-পোহৰৰ সমাবেশ

কৰিবলৈ অগ্ৰসৰ হৈ' 'স্মৃতিলিপি' নামে এটি বস্তু নিৰ্মাণ কৰিবৰ কাৰণে যত্ন কৰিছিল। তেৰোঁ ১৮৯৫ৰ ১ জানুৱাৰীতেই কাম আৰম্ভ কৰিছে। বেজবৰুৱাৰ দিনলেখা সম্পৰ্কে তেওঁৰ 'স্মৃতিলিপি'ৰ টোকাত বেজবৰুৱানীয়ে কৈছে, 'এই দিনলিপিবোৰ লেখিবৰ সময়তবে তেখেতে কিবা আশা মনত ৰাখি লেখিছিল, সি নহয়। অৱশ্যে, প্ৰতি দিনৰ সৰু-সুৰা ঘটনাটিও লেখি ৰখা তেখেতৰ চিৰস্বভাৱসিদ্ধ হৈ পৰিছিল। ডাঙৰ ডাঙৰ ঘটনাৰ কথা-যে লেখা কোনো আশ্চৰ্যৰ বিষয়েই নহয়। মাজে মাজে তেখেতক কোৱা শুনিছিলো, "এই ডায়েৰিবোৰ ভালকৈ ৰাখি থ'বাঁ, পিছত কামত লাগিব পাৰে।" কোনে জানে তেখেতৰ মনত ভাব আছিল নিজৰ জীৱনী লেখিব? তেখেতে তেখেতৰ জীৱনস্মৃতি বেগী সোঁতত উটুৱাই দিছিল। কিন্তু মাজ নৈত পাল তৰা নাওখনি যেন হঠাৎ বৈ গ'ল। পালৰ কাপোৰ নামি পৰিল। সকলোৱে ক'লে, "চোৱাঁ, চোৱাঁ, মেলা নাও কত লাগিল।" দেখা গ'ল, সি এক বৰশিলত লাগিছে। সেই ঠাইৰপৰা বৰশিলটো আঁতৰোৱাও টান। তাক আঁতৰাবলৈ হ'লে জীৱনস্মৃতিক সত্যৰপৰা ভ্ৰষ্ট কৰা হ'ব। জীৱনীত অসামঞ্জস্য বৈ যাব। কিন্তু অলপদিন পিছত বন্ধুসকলৰ উদ্গনিত আকৌ নাও মেলা হ'ল। সেই দেখি ভাব হয়, নিজৰ জীৱনী লেখিবৰ সময়ত এই দিনলিপিৰ প্ৰত্যেক ঘটনা, ইয়াৰ প্ৰত্যেক তাৰিখ, প্ৰতিটি পাত পৰ্যন্তযে কামত লাগিব, এয়ে আছিল তেখেতৰ আশা।' আমাৰো সেয়ে ভাব। সেইহে প্ৰজ্ঞাসুন্দৰীৰ এই অনুভূতি-ভৰা কথাখিনি ইয়াতে তুলি দিলো। বহুতেই প্ৰশ্ন কৰে, বেজবৰুৱাই জীৱন-সোঁৱৰণ লেখা কাম পূৰ নকৰিলে কিয়? কি ৰহস্য সোমাই আছে তাত? জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াই হেনো সেই ৰহস্য জানিছিল। বৰুৱাদেৱে কেইবাদিনো আমাক সেই গোপন কথাটি ক'ম বুলি উচ্‌পিচ্‌ কৰোঁতেই কেয়োদিন কোনোবা নহয় কোনোবা এজন আগত ওলায়হি। ৰহস্য ৰহস্য হৈয়ে থাকে। আমিও আনকালে বেজবৰুৱাৰ জীৱনৰ সকলোখিনি কথা তেওঁৰ কাপৰপৰা ওলোৱা অমৃতময়

তাঁহাৰে শুনাৰপৰা বঞ্চিত হৈ ৰওঁ। কিন্তু দেখা যায়, ১৯৩৫ চনলৈকে বেজবৰুৱাই 'জীৱন-সোঁৱৰণ' লেখি আছে। কালে সময় দিয়া হ'লে তেওঁ নিশ্চয় আৰু অগ্ৰসৰ হ'লহেঁতেন।

আমাৰ এই বঞ্চনাৰ ক্ষতিপূৰণ হওক, এনে এটি ভাবতে অসম সাহিত্য-সভাই বেজবৰুৱাৰ চিঠি আৰু দিনলেখাখিনি চপাই উলিয়াবৰ মানস কৰে। এই কামটিযে শুদা শুদি বিধৰ নহয়, লুইতেহে জানিছে ব'ঠা কিমানলৈ বহিছে। ৮৯৫ৰপৰা ১৯৩৮লৈ সম্পূৰ্ণ দিনলেখাখিনি পোৱা নাযায়। বেজবৰুৱা ডাঙৰীযাৰ মৃত্যুৰ পিছত তেওঁৰ কিতাপ-কাগজ বহুতোখিনি জীয়েক শ্ৰীমতী ৰত্না দেবী আৰু জোৱায়েক ৰোহিণীকুমাৰ বৰুৱাই ডিব্ৰুগড়লৈ লৈ আহে। তাতেই বেজবৰুৱানীয়ে সিবোৰৰ আলমত 'স্মৃতিলিপি' ৰচনা কৰা কাম হাতত লয়। তাৰ পিছত আহিল ডিবুৰু বুৰোবা খহনীয়া। বৰুৱা বৰুৱানীৰ ঘৰো তাৰ ঢলে ঢৌবালে। বেজবৰুৱাৰ জীৱনৰ স্মৃতি স্বৰূপ বহুতো বস্তু আলাই-আথানি হ'ল। ফলত আগৰ থকাখিনিও এতিয়া পাবলৈ নোহোৱা হ'ল। জন্মশতবাৰ্ষিকীৰ কাম হাতত লৈ সাহিত্য সভাৰ সম্পাদক আদি গৈ খেলিমেলি হৈ থকা কাগজ পেৰাত ভৰোৱা হিছাপতে শ্ৰীমতী বৰুৱাৰ হাতৰপৰা লৈ আহিল। তাৰ মাজৰপৰা বহুতোখিনি মূল্যৱান চিঠি ওলাল বেজবৰুৱাই লেখা, বেজবৰুৱালৈ লেখা। সেইখিনি আমাৰ সম্পাদিত সাহিত্য সভাৰ প্ৰকাশন পত্ৰলেখা'ত সন্নিবিষ্ট হৈছে। উদ্ধাৰ কৰিবলৈ টান দিনলেখাখিনি এৰি আমাৰ যোৰহাটৰ বন্ধুসকলে পোনতে বেজবৰুৱানীৰ স্মৃতিলিপি'খনিকে বঙলা আৰু অৰ্ধ অসমীয়াৰপৰা অনুবাদ কৰিবৰ যত্ন কৰিছিল। কিন্তু শেহান্তৰত সেই কামৰ ভাৰ সিসকলে এৰি দিয়াত বেজবৰুৱাৰ জন্মশত-বাৰ্ষিকী পৰিচালনা সমিতিৰ ইচ্ছাত সি আমাৰ খীণ কান্ধৰ ওপৰত পৰিলহি আৰু আমিও 'স্মৃতিলিপি'ৰ এটি অনুবাদ তৈয়াৰ কৰাত লাগি গলোঁ আৰু '৮৯৫-১৯০০ৰ অংশটি ছপাখানালৈ পঠিয়ালো ১৯৬৮ৰ ছেপ্টেম্বৰতে। এনেতে সাহিত্য-সভাৰ প্ৰধান সম্পাদক হৰিপ্ৰসাদ

নেওগকেপরা খম পাইলো, বেজবৰুৱাৰ নিজৰ ডায়েৰিৰেই যোৰহাটত পৰি আছে। আমি সেইখিনি নেওগৰপৰা অৱশেষত আনো, শ্ৰীমতী বৰুৱা বৰুৱাৰপৰাও দুই-এখনি খণ্ডিত ডায়েৰি পাওঁ, আৰু গুৱা বন মোৰা হ'ল ভাবি নতুনকৈ পুথিৰূপে প্ৰস্তুত কৰাত লাগোঁ। ইয়াৰ প্ৰধান কাৰণ দুটা . এক, বেজবৰুৱাৰ নিজ হাতৰ বস্তুখিনিহে প্ৰধানকৈ ওলাব লাগে— লাগিলে সি যিমানেই অসম্পূৰ্ণীয়া হওক, দ্বিতীয়, বেজবৰুৱানীৰ 'স্মৃতিলিপি' দুই-এঠাইত বেজবৰুৱাৰ দিনলেখাৰপৰা দেখ্‌দেখ্‌কৈ বেঙাই পৰিছে। গতিকে, পোনতে 'বেজবৰুৱাৰ পত্ৰলেখা আৰু দিনলেখা' নামত কলিকতাত ছপা হ'বলৈ ধৰা পুথি ঘূৰাই অনা হ'ল, 'পত্ৰলেখা', 'দিনলেখা', এনে দুটা নামৰ দুখন পুথি প্ৰকাশ কৰাটো ঠিক কৰা হ'ল, আমাৰ ভৰ্জমাৰ পোনৰ দুখিলামান কাগজ মাহেকীয়া 'অসমীয়া'ৰ প্ৰথম বছৰৰ ষষ্ঠ সংখ্যাত (অক্টোবৰ ১৯৬৮) 'বেজবৰুৱাৰ দিনলেখাৰপৰা দুপাতমান' শিতানেৰে প্ৰকাশ পাইছিল। এতিয়া দেখা গৈছে, 'দিনলেখা' এখন পুথি কৰি উলিয়াবলৈ গ'লে বৃহৎৰূপী হ'ব। গতিকে, পোনতে ১৮৯৫-১৯০৩ক লৈ ছেদ পেলাই প্ৰথম খণ্ড কৰা হ'ল। মূল ডায়েৰিৰ কেইবাখনিও পাবলৈ নোহোৱা হোৱাত প্ৰজ্ঞাসুন্দৰীৰ 'স্মৃতিলিপি'খনি কামত লগাব লগীয়া হৈছিল। প্ৰথম খণ্ডত ১৮৯৬ (১ এপ্ৰিলৰপৰা শেষলৈকে), ১৯০১ আৰু ১৯০২ৰ মূল বস্তু নোপোৱাত এই 'স্মৃতিলিপি'ৰ আঙনি ব্যৱহাৰ কৰা হ'ল। মূল ডায়েৰিৰ বহুতো অংশ ঢল-পানীৰ পানীয়ে চেলেকিছিল। বিশেষকৈ ১৮৯৯ৰ ডায়েৰি বহিৰ দুখনৰ এখনত পাতবোৰ চলকা হৈ ফাটি-ফুটি এনাই গৈছিল। গতিকে সম্পাদনাৰ সময়ত সততে 'স্মৃতিলিপি'ৰ সহায় ল'ব লগীয়াত পৰিছিলোঁ। তথাপি ঠায়ে ঠায়ে দিনলেখা ছেগা-চোৰোকা হৈ ৰ'ল।

বেজবৰুৱাই নিজেই লিখিছে, 'মোৰ ডায়েৰি (diary) লেখা অৰ্থাৎ জীৱন-কাৰ্যৰ দৈনিক সংক্ষিপ্ত বিৱৰণ লেখা অভ্যাস বৰ চেলেংপেঙে।' ১৮৯৮ চনৰ দিনলেখাত মাথোন ডিচেম্বৰৰ দুটা দিনৰ টোকা আছে।

সেই বহৰত আক এখন বহি তেওঁ ৰাখিছিল বুলি ভাব নহয়। সম্ভৱতঃ বিজৰ ব্যৱহাৰৰ কাৰণেহে ডায়েৰি ৰাখিছিল, সিবোৰ সেইভাৱে প্ৰকাশ পাব, এনে ভাব বোধ হয় তেওঁৰ নাছিল। প্ৰায় ঠাইতে সেইবোৰ বিৱৰণতকৈও টোকাৰ আহিঁৰহে। সেইবোৰ প্ৰায় ইংৰাজীত লেখা হৈছিল। কিন্তু মাজে মাজে অসমীয়াও আছে। উদাহৰণ স্বৰূপে, তেওঁ ১৮৯৫ চনত শেহৰাৰলৈ পিতৃ দীননাথ বেজবৰুৱা ডাঙৰীয়াক চাবলৈ আহোঁতে বাটতে লেখা ডায়েৰিবোৰ অসমীয়াত লেখি গৈছে—তেওঁৰ তেজত থকা দিখৌ নৈৰহে যেন ওভতনী সোঁত বৈছে, আকৌ শিৱসাগৰত থাকি কলিকতালৈ ঘূৰি যোৱা কথা ওলোবাৰপৰা তেওঁ হৈছে পুনৰ ইংৰাজী লেখা ছাহাব। ক'ৰবাত ক'ৰবাত আকৌ তেওঁ ইংৰাজী-অসমীয়া মিহলি কৰি পেলাইছে, যেনেকৈ কলিকতাৰ বজাৰত আচাৰ কিনিবলৈ যোৱাৰ কথা লেখোঁতে "I went to Barabazar to buy আচাৰ. One আচাৰৱালা গালি পাৰি দিলে মিছাতে।" আকৌ ইংৰাজী। এনে চিতৰা পখৰা ৰূপতে আমি ডায়েৰিখিনি ছপাই উলিওৱা দেখা হ'লে বেজবৰুৱা ডাঙৰীয়াই কি ভাবিলেহেঁতেন ক'ব নোৱাৰোঁ। বোধ হয় হিউমাৰ বুজা পুৰুষ হিচাপে তাক তেওঁ সম্বৰণ কৰি ল'লেহেঁতেন।

এই ডায়েৰিখিলাকে বেজবৰুৱাৰ কাৰ্যাৱলীৰ খবৰ যিমান দিয়ে, তেওঁৰ মনৰ খবৰ সিমান নিদিয়ে। কাৰণ ইয়াৰ কথাখিনি চমু, ভাষা অনেক সময়ত টেলিগ্ৰাফিক—পূৰ্ণ বাক্যৰ কাৰণে তেওঁৰ যেন সময়ৰ অভাৱ। তদুপৰি এই টোকাবোৰে (jottings) তেনেভাৱেই আমাৰ আগত গা দেখা দিবহি—সেইটি বোধ হয় বেজবৰুৱাৰ মনে ঘৰেও নাছিল। তথাপি এই ডায়েৰিবোৰে আমাৰ শ্ৰেষ্ঠ এজন সাহিত্যিকৰ, এজন চিন্তাশীল লোকৰ, এক গুৰুত্বপূৰ্ণ ব্যক্তিত্বৰ জীৱন ইতিহাস আমাৰ আগত তেনেই ওচৰৰপৰা দাঙি ধৰে—বিশেষকৈ সাংসাৰিক জীৱন যাপনৰ ক্ষেত্ৰত। আজিও বেজবৰুৱাৰ পূৰ্ণ ব্যক্তিত্ব দাঙি ধৰা এখনি পূৰ্ণাঙ্গ জীৱনীৰ অভাৱ হৈ আছে। ডায়েৰি, চিঠিৰ দৰে উপকৰণ সৰহীয়াকৈ নহ'লে তেনে

জীৱনী লেখি উলিওৱা সম্ভৱ নহয়। গতিকে এইবিলাক প্ৰকাশ কৰি অসম সাহিত্য-সভাই এটি অতি আৱশ্যকীয় কাৰ্যকে সম্পাদন কৰিছে।

বেজবৰুৱাৰ দিনলেখাৰপৰা কলিকতাৰ সামাজিক জীৱন, ব্যৱসায়-জীৱন, অনেকৰে সম্ভেদ পোৱা যাব। সেই জীৱনৰ পটভূমিত বেজবৰুৱাৰ জীৱনৰ চিত্ৰ ইবোৰে আমাৰ আগত দাঙি ধৰিব। ৰাম-কৃষ্ণ দুই ভাইৰ দৰে ভোলানাথ বৰুৱা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ সমিল-মিলৰ জীৱন আৰু ব্যৱসায়-ব্যস্ততা আমি ইয়াত দেখা পাওঁ। বেজবৰুৱাই যদি কাবাবাৰ এপিটন দিয়াৰ কথা ভাবিছিল, বা কুকুৰে-কাঁইট নোখোৱাকৈ গালি পাৰিছিল তাৰো কথা ডায়েৰিত লেখি থৈছে। প্ৰজ্ঞাসুন্দৰীৰে বহি 'নামঘোষা' আৰু *Midsummer Night s Dream* পঢ়া কথাও আছে। বেজবৰুৱানীয়ে বেজবৰুৱা, ভোলানাথ আৰু ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ তৈলচিত্ৰ আঁকিছে। 'প্ৰজ্ঞাৰ ভৰি ঘিউ পৰি পুৰিলে। অলপমান।'—ইয়াকো লেখি ৰখা হৈছে আৰু তাকে স্বামীৰ মৃত্যুৰ পিছত দেখা পাই বেজবৰুৱানী পুলকিত হৈছে। কাৰবাৰৰ হিছাপ ৰখাৰ কামত আমনি পাই বেজবৰুৱাই কেতিয়াবা ভোলানাথৰ ওচৰত আপত্তি কৰিছে, কেতিয়াবা তেওঁৰ ওচৰত ভুল হিছাপ দি নিজে নিজে লাজ পাইছে, বৰুৱাই তিৰস্কাৰ কৰাৰ কথাও লিপিবদ্ধ কৰি থৈছে। তেওঁ নিজৰ দোষ অন্ততঃ নিজৰ আগত লুকুৱায়। ব্যবসায়ত ঘাটি পৰিলে, তাৰ বাবে বেজাৰৰ কথাটি কয় ডায়েৰি বহিক। পুৰুলিয়া স্টেশ্যনত আৰিকাটিয়ে বমুৱা তিৰোতা চিকাৰ কৰাৰ দৃশ্য দেখি তাকো বেজবৰুৱাই দিনলেখাত টুকি থৈছে। দিনলেখাত কৃপাবৰৰ প্ৰৱেশ নাই, কিন্তু বেজবৰুৱাই সৰু-সুৱাকৈ তাতো হাঁহিবৰ ছেলু এৰা নাই, গোপীকৃষ্ট পাল সেনৰ ঘৰত গৈ নিশা গোপী লগুৱাক নাপাই লেখি থৈছে 'No Gopi at Gopee Kristo !' গোপিনী নোহোৱাকৈ ব্ৰজবাস হ'ব পাৰেনে? **Hamlet without the Prince of Denmark!**

গৈছে। প্ৰজ্ঞাসুন্দৰীৰ বৰুৱা নাম পৰি (পৰী)। বিয়াৰ আগতেই তেওঁৰ শিশু বৈকুণ্ঠ হৈছে। তেওঁৰ বায়েক প্ৰতিভা দেৱীৰ বিয়া হৈছিল শিহুত উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ ছাৰ আশুতোষ চৌধুৰীৰ লগত। প্ৰতিভা (লেডী চৌধুৰী) আৰু প্ৰজ্ঞাৰ শিহুত হেমেন্দ্ৰনাথৰ মুঠ আঠটি কন্যাৰ বাকীসকল হ'ল ক্ৰমে অভিজ্ঞা (অভি), মনীষা, সুনৃতা, শোভনা, সুষমা আৰু সুদক্ষিণা। দিনলেখাত উল্লিখিত দাদা, মেজদা, ছোটদাদা হ'ল লেডী চৌধুৰীৰ (দিদি) ভায়েক আৰু প্ৰজ্ঞাসুন্দৰীৰ ককায়েক হিতেন্দ্ৰনাথ, ক্ষিতীন্দ্ৰনাথ, আৰু ঋতেন্দ্ৰনাথ। এটা কথা মন কৰিব লগীয়া যে 'ৰবীন্দ্ৰ ৰচনাৱলী' আদিত ঠাকুৰ পৰিয়ালৰ বংশলতা আঁকোতে হেমেন্দ্ৰনাথৰ কন্যা প্ৰতিভা আৰু স্বামী আশুতোষৰ নাম দিয়া হৈছে, কিন্তু প্ৰজ্ঞা আৰু লক্ষ্মীনাথৰ নাম হ'লে দিয়া হোৱা নাই। এই সময়ত বেজবৰুৱাৰ লগৰীয়া অসমীয়া বন্ধু হ'ল কনকলাল বৰুৱা, ৰমাকান্ত বৰকাকতী শিৱৰাম বৰদলৈ বেণুধৰ বৰকাকতী (?) আদি। গাঙ্গপুৰৰ ৰজা ৰাজকুমাৰৰ কথা জীৱন-সোঁৱৰণ'ত বহলকৈ দিয়া আছে। ১৯ ফেব্ৰুৱাৰীৰ ডায়েৰিত উল্লিখিত বেজবৰুৱাৰ ভায়েক নন্দৰ বিয়াৰ বিষয়ত ক'ব লগীয়া—নন্দনাথৰ বেজবৰুৱানী ১৯৬৭ চনতহে ঢুকায়।

## ॥ স্মৃতিলিপি ১৮৯৫ ॥

॥ ১ জানুৱাৰী, মংগলবাৰ ॥ আজি ইংৰাজী নতুন বছৰ। মেজদাদা (ক্ষিতীন্দ্ৰনাথ) দুপৰীয়া আহি আমাৰ লগত ভাত খালে। আবেলি চাৰি বজালৈকে তেওঁৰ লগত ভাষা সম্বন্ধে, কিতাপ-পত্ৰ ইত্যাদি বিবিধ বিষয়ে আলোচনা হ'ল। 'অসমীয়া ভাষা' প্ৰবন্ধটো আগতে লেখা আছিল। সেইটো আজি বিয়লি ভালকৈ শুধৰোৱা হ'ল, বক্তৃতা দিবৰ উপযোগীকৈ ঠিক কৰি পেলালো।

॥ ২ জানুৱাৰী ॥ পুৱা ৰমাকান্ত বৰকাকতীৰ লগত দেখা কৰি

'আসাম ভ্ৰমণ' বুজাই দিলো। তেওঁক ক'লো, শনিবাৰে চাণ্ডৰ চাবি বজাত অ ভা উ সা ত মই বক্তৃতা দিব পাৰিম। সকলো ঠিক-ঠাক কৰিবৰ কাৰণে তেওঁক অনুৰোধ কৰিলো। ইণ্ডিয়া ক্লাবলৈ গলো। তাৰপৰা মেট্‌কাফ্‌ হললৈ। ঘৰলৈ ঘূৰি আহোঁতে টৌবিটি বজাৰৰপৰা খোৱা বস্তু কিনি আনিলো। ৰাতি শুহি বহি অলপমান বক্তৃতাটো নকল কৰিলো।

॥ ৪ জানুৱাৰী ॥ কালিৰপৰা শৰীৰ ভালে নথকাত ঘৰতে আছো। বক্তৃতাটো নকল কৰি শেষ কৰিলো।

॥ ৫ জানুৱাৰী ॥ আজি মোৰ বি এল্‌ পৰীক্ষাৰ ফলাফল ওলাল। পৰীক্ষাত মোৰ সুফলৰে আশা কৰিছিলো। খবৰ শুনি মনটো অলপ দমি গ'ল। তাৰ পিছত জানিব পাৰিলো মোতকৈ অনেক ভাল ভাল ছাত্ৰবিলাকো ফেল্‌ মাৰিছে। শুনি যে অবাক হৈ গলো। আমাৰ সকলোৰে নিজৰ ওপৰত এটা বিশেষ বিশ্বাস আছিল। সন্ধিয়া বেলিকা অ ভা উ সা ত 'অসমীয়া ভাষা'ৰ প্ৰথম বক্তৃতা দিলো। বক্তৃতা শুনি সকলোৱে বং পালে সঁচা। কিন্তু মোৰ মনত যেন ক'ৰবাত কিবা এটা উছু হৈ ৰৈ গ'ল। মনে মনে ঠিক কৰিলো, আৰু এটা বক্তৃতা দিব লাগিব।

॥ ৬ জানুৱাৰী ॥ যোৱা ৰাতি মিস্টাৰ বৰুৱা মফছলৰপৰা কলিকতালৈ আহিছে। দুপৰীয়া খাই বৈ আমি বৰুৱা ডাঙৰীয়াক লগত লৈ জোড়াসাঁকোলৈ গ'লো। তাৰপৰা দাদাক ( হিতেন্দ্ৰনাথ ) লগত লৈ আমি বোটানিকেল গাৰ্ডেনলৈ যাবলৈ ঠিক কৰিলো। নাৱেৰে পাৰ হৈ তালৈ গলো। মতলব, তালৈ গৈ পিকনিক খাম। একো বাস্কিৰ লগীয়া নহ'ল। মোৰ গৃহিণীয়ে ঘৰৰপৰা লুচি চিতল মাছৰ কোলথিৰ ভজা, মগুহৰ আঞ্জা, পদিনাৰ চাটনি ইত্যাদি লৈ গৈছিল। গাৰ্ডেনত বহি আমি সকলোৱে মনৰ আনন্দত খালো। সন্ধিয়া সাতমান বজাত ঘৰলৈ ঘূৰিলো। আকৌ ৰাতি খাই বৈ উঠি ন বজাৰ সময়ত বেংগল থিয়েটাৰত এজন গ্ৰীক প্ৰফেছৰৰ মেজিক চালোগৈ। তেওঁ অনেক ধৰণৰ যিবোৰ দেখুৱালে, আচৰিত যেন লাগিল।

॥ ৭ জানুৱাৰী ॥ আজি সোমবাৰ। লৰালৰিকৈ এঘাৰ বজাৰ আগতে ভাত খাই অফিচলৈ গ'লো। জাৰ্ডিন স্কিনাৰৰ অফিচলৈ গৈ এখন ডাঙৰ চেক ভাঙি ইণ্ডিয়া ক্লাবত বি বৰুৱাৰে দেখা কৰিলো। তাত অনেকজন মানুহৰ লগত সাক্ষাৎ হ'ল। গল্প গুজব কৰি সন্ধিয়া বেলা ঘৰলৈ ঘূৰিলো।

॥ ৮ জানুৱাৰী ॥ আজি ভোলানাথ বৰুৱাৰ লগত গৈ অনেক অফিচৰ বৰ ছাহাবসকলৰ লগত দেখা কৰিলো। আমাৰ কাম হ'ল মাছৰ তেলেৰে মাছ ভজা। এইবোৰ অফিচৰপৰা অসমলৈ টকা আনি স্লিপাৰৰ কাৰবাৰ চলাব লাগে। বটু বাবু আমাৰ ডাঙৰ ঠিকাদাৰ, তেওঁৰ টকা দিব লগীয়া আছিল। হাওৰাত আমি তেওঁক মই আৰু বৰুৱাই ৰাতিৰ বেলত তুলি দিলো।

॥ ১৩ জানুৱাৰী ॥ মনোহৰপুৰৰ ফালে একো ভাল খোৱা বস্তু পোৱা নগৈছিল। বৰুৱাৰ কাৰণে নানাবিধ শাক পাচলি আৰু ফল মিলাই দুপাচি পাৰ্চেল কৰি পঠালো। দেওবাৰ, অফিচ নাই। আন ঠাইত খোৱাৰ নিমন্ত্ৰণ আছে। নিৰ্জাৰনাত তালৈ যোৱা হ'ল।

॥ ১৮ জানুৱাৰী ॥ এই কেইদিন কামৰ হেচাত সময় নাছিল। ইমান দিনৰ মূৰত আজি সময় পাই 'অসমীয়া ভাষা'ৰ দ্বিতীয় বক্তৃতাটো লেখিবলৈ আৰম্ভ কৰিলো।

॥ ১৮ জানুৱাৰী ॥ আজি অফিচৰ বিশেষ কাম নাই। দিনৰ দিনটো ঘৰতে বহি বক্তৃতাটো লিখিলো।

॥ ২০ জানুৱাৰী ॥ পুৱাতে বেণুধৰ ৰৰকাকতীয়ে ৪/৩ সংখ্যাৰ 'জোনাকী'খন আনি দিলে। তেওঁক ব্ৰহ্মোৎসৱৰ টিকট লাগে। মই পঠিয়াই দিম বুলি ক'লো। তেওঁ মোৰ ব্ৰাহ্মধৰ্মৰ কিতাপখন ভালকৈ পঢ়িবৰ নিমিত্তে লৈ গ'ল। আজি গোটেই দিনটো ঘৰতে আছো। বক্তৃতাটোৰ কিছু অংশ লিখিলো।

॥ ২১ জানুৱাৰী ॥ আজিও বক্তৃতাটোৰ অলপ লিখিলো।

॥ ২২ জানুৱাৰী ॥ জোড়াসাঁকোত মহৰ্ষিৰ ঘৰত ১১ মাঘৰ দিনা সন্ধ্যায় ব্ৰহ্মোৎসৱ হয়। তেওঁৰ আদেশ অনুসৰি উৎসৱৰ দিনা দুপৰীয়া আৰু ৰাতি মহাভোজৰ আয়োজন থাকে। সেইদিনা ঘৰত সকলো প্ৰকাৰ আমিষ আহাৰ নিষিদ্ধ। দুপৰীয়া মগু ডাইলৰ ভুনি খিচিৰি, ছানাৰ কালিয়া আৰু তাৰ লগতে শাক-পাছলিৰ আঞ্জা, পৰমান্নত শেষ হয়। ৰাতি লুচি, জলপানৰ বিশেষ আয়োজন থাকে। ঘৰৰ ল'ৰাছোৱালীহঁতে তিনি-চাৰিদিন আগৰেপৰা আত্মীয়-কুটুম্বসকলৰ ঘৰে ঘৰে আহি নিমন্ত্ৰণ কৰি যায়। সেইদৰে আজি শোভনা আৰু সুদক্ষিণা আমাক নিমন্ত্ৰণ কৰিবলৈ আহিছে। ইয়াৰ বাহিৰে উৎসৱ সমাপন হৈ গ'লে বাহিৰৰ অনিমন্ত্ৰিত লোকসকলক এনেয়ে খাবলৈ মতা হয়।

॥ ২৩ জানুৱাৰী ॥ আজি মই জোড়াসাঁকোৰপৰা টিকট আনি মোৰ বন্ধুসকলৰ মাজত বিলাই দিলো। শুনিছো, আগেয়ে ব্ৰহ্মোৎসৱত মহৰ্ষিৰ ঘৰত সাঁজৰ বেলা ইমানেই মানুহৰ হেচা টেপা লাগে যে অনেক তাতে মূৰ্ছা যায়। সেইকাৰণে তাৰ পিছৰপৰা মানুহক টিকট দি নিমন্ত্ৰণ কৰিবলৈ ধৰিলে। ঘৰত প্ৰায় দুহেজাৰ লোক সমৱেত হয়। ঘৰৰ প্ৰাংগণ প্ৰকাণ্ড। তাৰ উপৰি চাৰিওকালে, ওপৰে তলে বাৰান্দাত উপচি পৰে। ছাদৰ ওপৰতো মানুহৰ শাৰী। ক'তো তিলমাত্ৰও ফুকণ্ডা নৰয়।

॥ ২৪ জানুৱাৰী। ১১ মাঘ ॥ আজি মাঘোৎসৱ। পুৱা আজি ব্ৰাহ্মসমাজত উপাসনা-সংগীত। সন্ধিয়া মহৰ্ষিৰ ঘৰত ব্ৰহ্মোৎসৱ। বেণুধৰ, কনক, ৰমাকান্ত আদি বন্ধুহঁত গৈছিল। উৎসৱ হৈ যোৱাৰ পিছত তেওঁলোকক খুৱাই-বুৱাই বিদায় দিলো।

॥ ২৯ জানুৱাৰী ॥ বেংগল বেংকৰপৰা এখন পধুৰ চেক ভঙাই আনিলো। প্ৰত্যেক নোটৰ নম্বৰ টোকোঁতেই মোৰ বহুত সময় গ'ল।

॥ ৩০ জানুৱাৰী ॥ নিউ মাৰ্কেটত এটা ঘৰ বিচাৰি ঘূৰিলো। আবদুস শোভনে এক আলোচনী-সভাৰ এটা টিকট দিলে। তেওঁ ডাঙৰ

সমাগম। মোক বৰ মৰম কৰে। মই ভাত-পানী খাই ৰাতি ন বজাৰ সময়ত টাউন হলৰ সেই সভালৈ গলোঁ।

॥ ৩১ জানুৱাৰী ॥ আমাৰ গৃহিণীয়ে আজি মোৰ পোৰ্ট্ৰেইট চিত্ৰ আঁকিবলৈ আৰম্ভ কৰিছে।[1]

॥ ১ ফেব্ৰুৱাৰী ॥ আজি পুৰা ভোলানাথ বৰুৱাৰ লগত বহি বহুত চিঠি পত্ৰ লেখা হ'ল। পাঁচ দিন হ'ল গাজপুৰৰ ৰজা আৰু ৰাজকুমাৰ কলিকতালৈ অহাৰ। তেওঁলোকৰ কাৰণে কালীঘাটৰ ফালে এটা ঘৰ বিচাৰি ঠিক কৰি দিছিলোঁ। তাত আছবাব আদি স্মিথ এণ্ড কোম্পানীৰ আছবাবৰ দোকানৰপৰা ভাৰাত আনি সজাই দিয়া হয়। এই কেইদিন তালৈকে আমাৰ অহা-যোৱা চলিছে। ৰজা আৰু ৰাজকুমাৰে (টিকায়ৎ) মোক বৰ ভাল পায়। আজিও আবেলি তালৈ ক যাব লগীয়া হ'ল। তেওঁলোক বি বৰুৱাৰ লগত কথা বতৰা হ'বলৈ লাগিল, মই ৫১ পদ্মপুকুৰ ৰোডত স্বৰ্ণইঁতক চাবলৈ গ লোঁ। স্বৰ্ণইঁতৰ লগত বহুত দিন দেখা হোৱা নাছিল।

॥ ২ ফেব্ৰুৱাৰী ॥ কাম কাজ শেষ কৰি ঘৰলৈ ঘূৰি আহিলোঁ। খাই বৈ বৰুৱা গুলৈগৈ। মই মোৰ খোটালিত বহি দ্বিতীয় বক্তৃতাৰ অলপ লিখিলোঁ।

॥ ৩ ফেব্ৰুৱাৰী ॥ আজিও আবেলি ৰজা ৰাজকুমাৰৰ ওচৰলৈ গ লোঁ। লগ নেপাই ঘৰলৈ ঘূৰি আহিলোঁ।

॥ ৪ ফেব্ৰুৱাৰী ॥ ভাত খায়েই ক্লাবলৈ গ'লোঁ। তাৰপৰা মিলৰ 'অটোবায়গ্ৰাফি' আৰু 'ব্লেক এণ্ড হোৱাইট' কাগজখন আনিলোঁ।

---

১ প্ৰজ্ঞাসুন্দৰী দেৱীৰ টোকালিপি এই দিনপঞ্জীত লেখা দেখিছে মোৰ মনত পৰিল মই কেতিয়া তেখেতৰ পোৰ্ট্ৰেইট আঁকিবলৈ ধৰোঁ। কাৰণ আমাৰ জীৱনৰ ওপৰেদি কত বিপদেইযে যোৱা নাই। মই ইয়াৰ আগতে পোৰ্ট্ৰেইট অঁকা নাই। এই মোৰ প্ৰথম প্ৰচেষ্টা।

॥ ৫ ফেব্রুৱাৰী ॥ প্ৰায় গোটেই দিন বৰুৱাৰ লগত ঘৰতে আছোঁ। কিমান যে গণ্ডা গণ্ডা চিঠি লেখিব লগীয়া হৈছে আজি।

॥ ৬ ফেব্রুৱাৰী ॥ আজিও চিঠি লেখাৰ পালা। সন্ধিয়া সমস্ত ইণ্ডিয়া ক্লাবলৈ ফুৰিবলৈ গলো।

॥ ৭ ফেব্রুৱাৰী ॥ মেজদাদাই নতুনকৈ শ্ৰীমদ্ভগৱদ্গীতা সম্পাদিত কৰি ছপাইছে। মোক এখন দিলে। বৰুৱাকো এখন দিলে। ডাক্তৰ বেজবৰুৱা আহিব বুলি শুনি তেওঁলৈকো দিলে। আৰু এখন দি ক'লে দেউতালৈ পঠিয়াবলৈ।

॥ ৮ ফেব্রুৱাৰী ॥ আজি ৰজা-ৰাজকুমাৰ গ লগৈ। বৰুৱাও তেওঁলোকৰ লগতে গ'ল। তেওঁলোকৰ ভাৰাঘৰটো এৰি দিলো। আছবাব-পত্ৰ স্মিথ এণ্ড কোম্পানিক বুৰাই দি বাকী টকা লৈ আহিলো।

॥ ৯ ফেব্রুৱাৰী ॥ গোটেই দিনটো ঘৰতে আছো। বক্তৃতাৰ অলপ লেখিলো।

॥ ১০ ফেব্রুৱাৰী ॥ আজি দেওবাৰ। বহুত মানুহ আহিছিল। দুই এজন খৰিদ্দাৰৰ লগত দেনা-পাওনা নিকাচ হ'ল। আবেলি মনীষা আৰু সুনৃতা আৰু অলপপৰ পিছত ছোটদাদা (ঋতেন্দ্ৰনাথ) অহাত সময়খিনি ভালদৰে কটোৱা গ'ল।

॥ ১১ ফেব্রুৱাৰী ॥ আজিও অলপমান লেখিলো। সন্ধিয়া বেলিকা ৰমাকান্ত বৰকাকতী আৰু শিৱৰাম বৰদলৈ দেখা কৰিবলৈ আহিল। তেওঁলোকৰ লগত 'জোনাকী'ৰ বিষয়ে আৰু অসমীয়া ভাষা সম্বন্ধে অনেক কথা বাৰ্তা হ'ল। তেওঁলোকে আৰু এটা বক্তৃতা দিবলৈ অনুৰোধ কৰিলে। মইযে আগতেই সেইটো লেখিবলৈ আৰম্ভ কৰিছো, সেই কথাটো তেওঁলোকে নেজানে।

॥ ১২ ফেব্রুৱাৰী ॥ ৰমাকান্ত আৰু শিৱৰামক কাইলৈ ৰাতি আমাৰ ঘৰত খাবলৈ মাতি চিঠি লেখিলো। 'আইভানহো'খন অলপ পঢ়িলো।

॥ ১৩ ফেব্ৰুৱাৰী ॥ মই নিউ মাৰ্কেটৰপৰা বহুত কিবাকিবি বজাৰ কৰি আনিলো। প্ৰজ্ঞাই ৰান্ধিলে। মিস্টাৰ বৰুৱাই ভাল বন্ধা খাই ভাল পায়। তেওঁৰো মফছলৰপৰা আহি পোৱাত মই বৰ বং পালো। ৰমাকান্ত আৰু শিৱৰামো আহিল।

॥ ১৪ ফেব্ৰুৱাৰী ॥ কাবেৰিৰপৰা নোট ভাঙি মোনাত সুমুৱাই এহেজাৰ টকা আনিলো। এখন ভাৰা-গাড়ী ধৰি ন অনা পইচা দি আহিলো। সন্ধিয়া ফুৰিবলৈ ওলালো। বৰবাজাৰলৈ নেমুটেঙাৰ আচাৰ আদি কিনিবলৈ গলো। মাৰোৱাৰী দোকানীয়ে মই দৰোৱা দেখি মিছামিছি টান কথা কৈছিল। তেও মই আচাৰ কিনিলো।

॥ ১৫ ফেব্ৰুৱাৰী ॥ বটু বাবুক এহেজাৰ টকা দি থৈ আহিলো। ৰাতি 'আইভানহো' পঢ়িলো।

॥ ১৬ ফেব্ৰুৱাৰী ॥ প্ৰজ্ঞাক কোৱাত তেওঁ আজি বি বৰুৱাৰ এখন তৈল চিত্ৰ আঁকিবলৈ ধৰিছে। মোৰ গাড়ী-ঘোৰা নাই। মইতো বাইচাইকেলতে উঠি ঘূৰোঁ। সেই কাৰণে দিদি ( মিছেছ চৌধুৰী ) আহি প্ৰায়েই মোৰ পৰিবাৰক ফুৰিবলৈ লৈ যায়। আজিও আহি লৈ গ'ল। আজি তেওঁৰ লগত বি বৰুৱাৰ কথা হোৱাই দিলো।

॥ ১৭ ফেব্ৰুৱাৰী ॥ আজি পুৱা অসমীয়া মেছত শিৱ, মথুৰ কনক, বৰকাকতী আৰু উপেন্দ্ৰক লগ পালোগৈ। পিছবেলা বক্তৃতা লেখিলো।

॥ ১৮ ফেব্ৰুৱাৰী ॥ গোটেই দিনটো ঘৰতে আছো। 'অসমীয়া ভাষা' অলপ লিখিলো।

॥ ১৯ ফেব্ৰুৱাৰী ॥ এইবিলাক বাহ্যিক সাংসাৰিক কামৰ মাজত সাহিত্য-চৰ্চা কৰা মস্কিল। আৰু ভাষাৰ বিষয়ে হুৱা-মুৱাকৈ যেনে তেনে লেখিবও নোৱাৰি। সি যিহওক, ইমান দিনৰ মূৰত বক্তৃতাটো লেখি শেষ কৰিলো। দেউতাই নন্দৰ বিয়ালৈ মাতি মোলৈ চিঠি দিছে। ২০ ফাগুনত তাৰ বিয়াৰ দিন ঠিক হৈছে।

## লক্ষ্মীনাথ আৰু বাণীকান্তৰ ভাষা বিচাৰ

লক্ষ্মীনাথ বেজবৰুৱাই ( কৃপাবৰ বৰুৱা ) টেঁটু টেঁটু কৰি চপলিয়াই থুৱা এবাহমান কবি-পোৱালি দেখা পাইছিল। বেজবৰুৱাৰ ভাষাৰ প্ৰশংসা কৰি ওৰ মোপোৱা ডক্টৰ কাকতিয়ে মন্দকবি যশঃপ্ৰাৰ্থীসকলৰ নাম দিছিল কবি টিলিকা। আমি আকৌ দৰ্শন কৰিছো নগৈ-গজলাঁৰৰ-বাতৰি-কোৱা, নপটি মুখুজি-ভৈলা পণ্ডিত দুই-এক ভাষাতাত্ত্বিক-টিলিকাক। আধ্যাটোৰ গুৰু-চণ্ডালী চৰিত্ৰ আপোনালোকে ক্ষমা কৰিব। আমাৰ এই অদ্ভুত দৰ্শন হেতুকে বেজবৰুৱা ডাঙৰীয়াকে স্মৰণ কৰিছো। তাহাৰ স্মৰণে আৰম্ভৰ হোক সিদ্ধি।

আজিৰপৰা তিনিকুৰি বছৰ আগতে লক্ষ্মীনাথ বেজবৰুৱাই 'বাঁহী' উলিয়াবলৈ লৈয়েই তাৰ প্ৰথম সংখ্যাতে আপত্তি কৰিছিল "আজিকালি দেখা যায় যে অসমীয়া লেখকৰ সৰহভাগে অসমীয়া ভাষাৰ ব্যাকৰণ, বৰ্ণবিন্যাস আৰু বাক্যৰচনাৰ ভংগীলৈ বিশেষ চকু নাৰাখি লেখে।" এনে আপত্তি আজি তিনিকুৰি বছৰৰ পিছতো সদায় উঠি আছে। ৰাজনীতি, সমাজনীতিয়ে যেনেকৈ কিছুমান নিয়ম মানি চলে, ভাষাৰ অভিধান আৰু ব্যাকৰণো তেনেকৈ কিছুমান নিয়মৰ গৰিল্লা লৈ চলে। ৰাজনীতি, সমাজনীতিত যেনেকৈ কিছুমান চুক্তি থাকে আৰু সেই চুক্তিকে সকলোৱে মানি চলে আৰু তাকে নামানিলে যেনেকৈ দোষ হয় ভাষাৰ ক্ষেত্ৰতো সেইদৰে লেখকসকলৰ মাজত লিখিত বা অলিখিত কিছুমান চুক্তি থাকে আৰু তাক নামানিলে ভাষা দুষ্ট হয়। আধুনিক অসমীয়া ভাষাই হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণ আৰু অভিধানকে প্ৰায় ক্ষেত্ৰত তেনে কিছুমান চুক্তিৰ সমষ্টি বুলি মানি লৈছে। ইয়াৰপৰা এইটো বুজিব যে হেমচন্দ্ৰ বৰুৱাই সকলোৰে মত লৈ তেওঁৰ নীতিবোৰ নিৰ্ধাৰণ কৰিছিল বা তেওঁৰ নীতিবোৰ ভাষাবিজ্ঞানৰ ফালৰপৰা চাই আমি সৰ্বশুদ্ধ বুলি

ক'ব পাৰোঁ। উদাহৰণস্বৰূপ হেমচন্দ্ৰই অসমীয়া শব্দৰ দন্ত্য মূৰ্ধণ্য, হ্ৰস্ব-দীৰ্ঘ নিৰ্ণয় কৰোঁতে মূল সংস্কৃত শব্দৰ দন্ত্য-মূৰ্ধণ্য, হ্ৰস্ব-দীৰ্ঘ অনুসৰি চলিছিল। সংস্কৃত আৰু অসমীয়াৰ মাজত যে প্ৰাকৃত অপভ্ৰংশ আদিৰ স্তৰ আছিল, এই কথা এই ক্ষেত্ৰত সম্পূৰ্ণৰূপে অৱজ্ঞা কৰা হৈছে। অসমীয়া শব্দৰ ৰূপ নিৰ্ণয় কৰোঁতে সংস্কৃতৰ ৰূপলৈ নাচাই অসমীয়া শব্দটোৰ নিকটতম পূৰ্বৰূপলৈহে চোৱা উচিত আছিল। এনে বৈজ্ঞানিক বিচাৰৰপৰা চালে হেমকোষখন লুটিয়াই আৰু হেমচন্দ্ৰৰ সময়ৰেপৰা এতিয়ালৈকে সৃষ্ট সকলো লেখাকে পৰিৱৰ্তন কৰি লিখিব লগীয়া হয়। ইতিমধ্যেই সকলোবোৰ আভিধানিক আৰু বৈয়াকৰণিক ৰূপে usage অৰ বলৱত্তা লাভ কৰিছে। গতিকে এটা জীৱন্ত ভাষাত পৰিৱৰ্তনৰ আৱশ্যকতা স্বীকাৰ কৰি লৈ আমি মূল নীতি হিছাপে হেমচন্দ্ৰকে মানি চলিব লগীয়া হয়। সকলো পৰিৱৰ্তনৰ দ্বিতীয় নাম প্ৰগতি বুলি ভবাসকলৰ বুদ্ধি বৰ প্ৰখৰ নহয়। আৰু liberty is not licence বেজবৰুৱাই নীতিহীনতাকে প্ৰগতি বুলি ভবা দুৰ্বুদ্ধিসকলৰ ফালে লক্ষ্য কৰি লিখিছিল ( সম্পাদকৰ চ'ৰা, বাঁহী, ১ম বছৰ, ৪ৰ্থ সংখ্যা, ফাগুন ১৮৩১ ) "হেমকোষ ওলাবৰ আজি কত বছৰ হ'ল। তাৰ বাহিৰে অসমীয়া ভাল লেখকসকলে অনেক পৰিশ্ৰম কৰি বৰ্ণবিন্যাসৰ এটা প্ৰণালী থিয় কৰিছে। এনেস্থলত তালৈ চকু নিদি মইমতভাৱে লেখাৰ মানে কি আমি বুজিব নোৱাৰোঁ। লেখক হবলৈ গলে পৰিশ্ৰম কৰিব লাগিব, তাকে নকৰি সস্তাত কাম চলাবলৈ গলে চলিব কেনেকৈ? লেখাকৰ মনৰ ভাববোৰ মূল্যবান হলেও সেইবোৰ বৰ্ণবিন্যাস আৰু ব্যাকৰণৰ আন নিয়মবোৰৰ শাসনৰ অন্তৰ্গত হৈ নোলালে সেইবোৰ ভাষা-আইনৰ চাবি ঢাপৰপৰা বহিষ্কৃত 'আউট-ল'ৰ শাৰীতহে পৰিবগৈ।" বেজবৰুৱাৰ দিনতো আগশাৰীৰ লেখক অনেকেই এনেকৈ আইন অমান্য কৰি চলিছিল। কিন্তু বহুতেই বেজবৰুৱাৰ চেকনিৰ কোবলৈ ভয় কৰি কলম ধৰোঁতে হাতখন পোনকৈ ধৰি চলিছিল। সেই কালত স্কুল-পঢ়াশালিৰ

শিক্ষকসকলো নিষ্ঠাবান আছিল বাবে বহুত লেখকে পুঠাশালিতে ভাষাব শুদ্ধতা আহৰণ কৰিছিল। এতিয়া আমাৰ অৱস্থা 'অজ্ঞমানা' পৰিয়ন্তি মূঢ়া' অন্ধেনৈব নীয়মানাঃ যথান্ধাং।' সংস্কৃত ভাষাব জ্ঞানো আমাৰ লেখকসকলৰ পৰি আহিছে। আমাৰ দেশত শিক্ষাবিদৰ সংখ্যা ইমান বাঢ়িছে যে আমাৰ ভাষা-সংস্কৃতিৰ গুৰি সংস্কৃত ভাষা-সাহিত্য স্কুল কলেজৰ পাঠ্যক্রমৰপৰা লাহে লাহে অপসাৰিত হব লাগিছে। আনফালে আজিৰ এই 'অংগ্রেজী হটাও'ৰ আৰু গুৱাহাটীত লোকতন্ত্ৰ দিৱসৰ দিনা ইংৰাজীত লিখা ছাইনবোর্ডত বং ঘহাৰ যুগতো আমি ইংৰাজীৰ প্রতি আনুগত্য ৰাখিছো। এই কার্য মই নিন্দা কৰা নাই। কিন্তু ইংৰাজী লেখোঁতে অভিধান-ব্যাকৰণৰ দোষ হ'লে যিসকলে থৰি-বাঙ্কি কিলাবলৈ ওলায়, সেইসকলেই যদি অসমীয়া লেখোঁতে অভিধান-ব্যাকৰণৰ দোষ দেখিও তাক লীলা বুলি কীর্তন কৰে, তেওঁলোকৰ মনোভংগিৰ অসামঞ্জস্য দেখি আমাৰ হাঁহি নুঠিব কেলেই? আনফালে এম্ এ ডিগ্রী এটা লৈ ভাষাত আধা পকা হৈ বৈ অধ্যাপক-গিৰি কৰি অভিধান-ব্যাকৰণ তহিলং কৰাসকলৰ ভুল আঙুলিয়াই দিলে সিসকলে খঙত টিকচি-বিকচি উঠি আধা-কেঁচা অকথ্য গালি পৰা দেখি আমি আমোদ লাভ নকৰিম কিয়? বেজবৰুৱাই এইসকলৰ কথা বর্ণাই গৈছে "এলাহু কলীয়া তেল-চিকটীয়া, ফটা আৰু অলেখ আপলি মৰা চুৰিয়া পিন্ধি যেনেকৈ ভাল মানুহ বোলাই সমাজত ওলোৱাটো হাঁহিয়াতৰ কথা, বর্ণাশুদ্ধি দোষেৰে ভমকাফুলীয়া ৰচনা লেখি বাহিৰলৈ উলিওবাটোও সেইদৰে দোষৰ কথা। কোনো ইংৰাজে ইংৰাজী 'স্পেলিং' আৰু 'গ্রামাৰ'ৰ নিয়ম নামানি ইংৰাজী লেখিবলৈ গলে যেনেকৈ সি অশুধ হয় অসমীয়া ব্যাকৰণ আৰু বর্ণাশুদ্ধি নামানি বা নাজানি কোনো অসমীয়াই অসমীয়া লেখিলেও সেইদৰে সেই লেখা অশুধ হয়। ইংৰাজ হ'লেই ইংৰাজী লেখিব নোৱাৰি, অসমীয়া হলেই অসমীয়া লেখিব নোৱাৰি।" ভাষাৰ ভুল ধৰিলে গালি পৰা লোকলৈ চাই যেজে বিহলঙনি দাঙি কৈছিল "টিলা-সোলোকাকৈ

লেখিবলৈ যোৱাটো দোষ আমাৰ ন লেখকসকলে এৰিবই লাগিব, এই কথা আমি বাৰে বাৰে কম, সেইবাবে তেওঁলোক আমাৰ প্ৰতি কষ্ট হলে আমি নিৰুপায়।"

অসমীয়া ভাষাত যথেষ্ট শব্দ নাই বুলি যিসকলে বিনাই থাকে, তেওঁলোকক বেজবৰুৱা ডাঙৰীয়াই "অসমীয়া ভাষা সম্পৰ্কে আৰাবচেবেক কথা" প্ৰবন্ধত (বাঁহী, ১ম বছৰ, ১ম সংখ্যা, আঘোণ ১ ৩১, ২৭ পিঠি) কৈছিল "অসমীয়া ভাষাৰ অভিধান হেমকোষৰ পাত এটা মেলি চালেই দেখা যাব যে তাৰ এপাতত থকা চাৰিভাগৰ এভাগ শব্দৰ মানে আমি বুজ নাপাওঁ, আৰু সেইবোৰ ব্যৱহাৰ কৰিব নাজানো। এনেকুৱা কিয় হৈছে? সময় নালাগে ২০।৩০ বছৰৰ ভিতৰতে আমি আমাৰ ভাষাত আগেয়ে প্ৰচলিত থকা ইমানবিলাক শব্দ হেৰুৱালে। যে ভাবিলে দুখ লাগে। সহস্ৰলোচন ভাষাৰ এটা এটা শব্দ একোটা একোটা চকুৰ নিচিনা। ইমান বেগাবেগিকৈ যদি এটা এটাকৈ নিজৰ চকুবোৰ হেৰুৱাই আছে, তেন্তে অলপ কালৰ ভিতৰতে সি অন্ধলা হৈ খালত পৰি প্ৰাণত্যাগ কৰিবৰ সম্ভৱ, আৰু তেতিয়া আমি সুপুত্ৰসকলে গোট খাই তেওৰ দহা-কাজ আড়ম্বৰেৰে সমাপন কৰি বঙলা ভাষাৰ ব্ৰাহ্মণসকলক ব্ৰহ্মভোজন যে কৰাব পাৰিম এইটো ধ্ৰুপ। আমি অসমীয়া ভাষা নিশিকোঁ, আলচ নকৰোঁ, চৰ্চা নকৰোঁ, আৰু কও তাত একো নাই। নাই মানে আমাৰ মুখত নাই, মনত নাই, বুদ্ধিত নাই অসমীয়া ভাষাত নহয়।" কমলাকান্ত ভট্টাচাৰ্যই তেওঁৰ 'অষ্টাবক্ৰ-সংহিতা'ৰ নিচিনা সকলো দৰ্শনৰ আলোচনাৰ পুথিতো সাধাৰণ গম উমান, সঁহাৰি আদি শব্দকে একোটা দাৰ্শনিক তাৎপৰ্য দি ব্যৱহাৰ কৰিছিল। আনফালে নানা ভাষাৰ শব্দ অসমীয়া ভাষাই গ্ৰহণ কৰি আছিছে। এই শব্দ গ্ৰহণৰ বেগ আধুনিক যুগত বেছি হৈছে, কাৰণ আমাৰ জ্ঞান আৰু চিন্তাৰ দিগ্বলয় প্ৰসাৰিত হৈছে, নানান লোকৰ লগত নিবন্ধৰ সংশ্ৰৱ হৈছে আৰু লেখকৰ আৰু লেখাৰ সংখ্যা ঘন হৈছে। গতিকে শব্দবোৰৰ গুৰি-গোষ্ঠীৰ বিচাৰৰপৰা

ভাষাৰ শুদ্ধতা বিচাৰ কৰিব নোৱাৰি। ভাষাৰ সৌষ্ঠৱ বৃদ্ধি হয় নতুন চিন্তা-অনুভূতি আদিৰ প্ৰতুল প্ৰকাশৰপৰা। নতুন চিন্তাই নতুন শব্দ দাবী কৰিবই। আনফালে লেখকৰ মানসিক আলস্যৰ বাবে সকলো সময়তে আগৰ কি আছে, তাক নিবিচাৰি আজি এজনে এটা শব্দ, কাইলৈ আনজনে আন এটা শব্দ প্ৰয়োগ কৰি গৈ থাকিলে ভাষা হ'ব এটা rolling stone, আৰু সি ভাষা শুচি হ'ব এটা jargon

অন্য ভাষাৰ শব্দ ধাৰ কৰাটো দুৰ্বলতাৰ চিনো নহয়, অপমানৰ কথাও নহয়, আৰু এটা অনাৱশ্যকীয় কামো নহয়। বেজবৰুৱাই একেটি প্ৰবন্ধতে ( পিঠি ২৯-৩০ ) লিখিছিল "কোনোটো ভাব কোনোটো চিন্তা আমাৰ ভাষাৰ শব্দেৰে প্ৰকাশ কৰিব নোৱাৰিলে, সহজে বুজা বিদেশী ভাষাৰ শব্দ ধাৰকৈ আনি সেই কাৰ্যাৰ নিমিত্তে তাৰ সহায় ললে ভাষাৰ মংগলৰ বাহিৰে অমংগল নহয়, আৰু ভাষাৰ জাতো নাযায়। আজিকালি পৃথিৱীৰ ভিতৰত সকলো ভাষাতকৈ উন্নত ভাষা ইংৰাজী ভাষাত কত দেশৰ শব্দ সোমাই তাক চহকী কৰিছে তাৰ অন্ত নাই। কিন্তু সেইবোৰ অনাৱশ্যকত বা অদৰ্কাৰত ধাৰে লোৱা হোৱা নাই, নাইবা ইংৰাজী ভাষাৰ অনিষ্ট সাধন কৰিবৰ মনেৰে গাৰ বলেৰে সেইবোৰ তাত প্ৰৱেশ কৰা নাই দেখি অনধিকাৰ প্ৰৱেশ দোষত সেইবোৰ জগৰীয়া নহয়। সেই শব্দবোৰ 'ডমিচাইল' অৰ্থাৎ ঘৰুৱা হৈছে ইংৰাজী ভাষাত সোমাইছে। সিহঁতে থাকিবলৈ ইংৰাজী ভাষাৰ দেশত 'গ্ৰামাৰ' অৰ্থাৎ ব্যাকৰণৰ বস্তি মাটি একোচমকা পাইছে, স্পেলিং' অৰ্থাৎ বৰ্ণবিন্যাসৰ কাপোৰ একোডোখৰ পাইছে, আৰু সকলো বিষয়তে সেইবোৰ ইংৰাজী ভাষাৰ প্ৰজাস্বত্ব ভোগ দখল কৰিবলৈ পাইছে। ফলত সিহঁতৰ দ্বাৰায় ইংৰাজী ভাষাৰ সম্পদ বাঢ়িছে, টুটা নাই।"

বহুতে ভাবে ( তেওঁলোকৰ ভাববোৰ কিমান শিক্ষিত বা অনুশাসিত আমি নাজানো ), বৰ্ণাশুদ্ধিৰ বিষয়ে কোনেও কেতিয়াও একো কোৱা উচিত নহয়, কাৰণ ভাষা হৈছে বোৱতী সুঁতি। তেওঁলোকে বৰ্ণাশুদ্ধিৰ

বিষয়ে দুজনে আলোচনা কৰা দেখিলেই 'কৃপাবৰ বৰুৱাৰ সামৰণি ৰ 'মুষল-পৰ্ব বা ঢেঁকি-থোৱা পৰ্ব' আবৃত্তি কৰিবলকনি লগায়, "কনিষ্টবল। কনিষ্টবল। পুলিচমেন। পুলিচমেন। এই দুটাই চন্দ্ৰবিন্দু হ্ৰস্ব-উকাৰ দীৰ্ঘ-উকাৰ আদি সাংঘাতিক অস্ত্ৰ (dangerous weapon) লৈ যুদ্ধ কৰিছে। এতিয়াই খুনাখুনি হব। ইহঁতক ধৰি লৈ যা। পাকোৰ। পাকোৰ। পাকোৰ" (বাঁহী, ১৯)। কাৰণ অনুশাসনহীনতাৰ প্ৰেমিক জগতত বিৰল নহয়।

আন এক শ্ৰেণীৰ লোকে ভাবে, অসমীয়া ভাষাটো যেতিয়া তেওঁলোকৰ মাতৃ-ভাষা আৰু আন কিতাপ পত্ৰও হজম কৰিব পাৰুক-নোৱাৰক কিছু পঢ়িছে, তেওঁলোকে অসমীয়া ভাষাক যেনি বাট বোলাব খোজে, সেইপিনেই সি বুলিব লাগিব। এইসকল হল 'কা কা-কাইব-বিশাৰদো-হং', তেওঁলোকৰ 'এটি ঘোষণা শুনক'

শুনা শুনা শুনা শুনা মোৰ বচন,
কাব্যবিশাৰদ মই, (এই) মস্ত খবৰং,
পণ্ডিতৰ ধূমকেতু,
ভাষা-সংস্কাৰৰ হেতু
ধৰিছোহি পৃথিৱীত নৱ-জনমং
(অহো) কাব্যবিশাৰদোহং।

ল'ৰাশিক্ষা জ্ঞানোদয়
আদি যত শাস্ত্ৰচয়
পঢ়ি চিৰা চিৰে ফালি, কৰি খতমং,
বস্তুমালা মেলি চালে।
ছুপাততে তত্ত্ব পালে।
ভিমানতে তুলি থলো কৰি প্ৰণামং,
(অহো) কাব্যবিশাৰদোহং।



৮

এই কাব্য বিশাৰদসকলে অসমীয়া খণ্ড-বাক্য এটাৰো অৰ্থ নাপাওক, তেওঁলোকে যিমান পাৰে ব্যাকৰণৰ অভিধানৰ মূৰ খাওক, 'ভাৰোপৰি-দৈন্যতা' আদিকে লিখি থাকক ডক্টৰ কাকতিৰ ভাষা-শাস্ত্ৰৰ এটা ছত্ৰৰ অৰ্থকো ঢুকি নাপাওক, কিন্তু ভাষাতত্ত্বৰ পথাৰত হাল বাই চহাই তাত wild oats কৰৰ কাৰণে তেওঁলোক বদ্ধপৰিকৰ। assimilation, dissimilation তেওঁলোকৰ বুজিবৰ আৱশ্যক নাই, বিভক্তি আৰু post-position অৰ পাৰ্থক্যৰ তেওলোকে নামেই নুশুনক, সিবোৰৰ নাম শুনিলেও তেওঁলোকক গা চেংচেঙক, কিন্তু যিহেতু তেওঁলোকৰ ঘৰ হেমচন্দ্ৰ বৰুৱা বা বাণীকান্ত কাকতিৰ পিৰালিৰ চুকতে, তেওঁলোকে ভাষা-সংস্কাৰৰ হেতু ধৰিছোহি পৃথিৱীত নৰ জনমং' বুলি নিজে নিজেই সাব্যস্ত কৰি বহি আছে। আন নহলেও, তেওলোকৰ কি পৰোৱাই !! ভাষা বিচাৰৰ এই vulgarisation দেখা পাই 'কাৰনো মুঠে মূৰৰ বিষ, কাৰনো মুঠে হাঁহি, খজুৰতি তোলা এনে দেখি বালিচাহী ?' এওলোকক লৈ ব্যস্ত হ'বৰ কোনো কাৰণ মই দেখা পোৱা নাই। কাৰণ, যুক্তিৰ মূৰ খাই ঢেকিশালতো ৰাজনৈতিক শ্লোগান গোবাসকল সদায় আমাৰ আগেদি আহি গৈযে আছে। তেওলোকে 'হেমকোষ'ৰ বা *Assamese—Its Formation and Development* অৰ দোহাই দিযক, কিন্তু আমি জানো, সেযা তেওঁলোকৰ বাবে মাথোন নজনাৰ গলগ্ৰহ, বা the devil cites the scriptures !! তেওলোকলৈ মাথোন এটি উপদেশ আগ বঢাব পাৰোঁ—তেওলোকৰ মূৰৰ ফুৱাৰথন মেল নোখোৱালৈকে তেওলোকে হেমচন্দ্ৰ বাণীকান্তৰ পুথি আওৰাই থাকক। হেমচন্দ্ৰ বাণীকান্তই অজ্ঞান আৰু অৰাজকতা বিচাৰিছিল বুলি যদি তেওলোকে কয়, তেওঁলোক কোন স্বৰ্গত আছে আমি কৈ দিব পাৰিম !! তেওঁলোকৰ অজ্ঞান আৰু মিছা গৰ্বৰ হেতুকে fools rush in কৰাৰ ধৃষ্টতা বা বুজিব নোৱাৰি কৰা বৈজ্ঞানিক বিচাৰৰ কদৰ্থৰপৰা আমি আমোদ লাভ কৰাৰ বাহিৰে কৰিব লগীয়া বা আছে কি ? বহুতোবোৰ উক্তি আৰু জাক

আৰু পাদটীকাই পাণ্ডিত্য সুবুজায়। ডক্টৰ কাকতিয়ে তাহানি সাধাৰণ কবিতা প্ৰতিযোগিতাত বৰ্ণ বিন্যাস-বিভ্ৰাট দেখি লিখিছিল, "They bristle with spelling mistakes," আৰু কৈছিল, "হেৰা, অসমীয়া শব্দকেই শুদ্ধকৈ লিখিব নোৱাৰে! এইবোৰ দিয়াছলাই কাঠী এটা মাৰি পুৰি পেলাব নোৱাৰানে?" নতুন পণ্ডিতসকলৰ লেখাবোৰ আমি কৰোঁ কি?

এটা কথাত মই কিছু দিনৰপৰা আচৰিত নামানি পৰা নাই কেইজনমান ভাষা নায়ক ওলাইছে যাৰ ভাষা শৈলী-ব্যাকৰণ অভিধান-ভাষাতত্ত্বৰ জ্ঞান নাই, অথচ তেওঁলোকে সকলোৰে ওপৰত ছৰ্দাবি কৰি ফুৰিবৰ স্বাধীনতা দাবী কৰে। যিসকলে নীতি বা যুক্তিৰ প্ৰতি শ্ৰদ্ধা ৰাখি চলে, তেওঁলোকৰ ওপৰতো এই ছৰ্দাৰসকলে নিসংকোচে হাত চলাই যায়। অথচ তেওঁলোক কি কাব্য-বিশাৰদ, আমাৰ জানিবৰ একো থল নাথাকে! তেওলোকৰ দৃঢ় মত 'ভাষা-সংস্কাৰৰ হেতু ধৰিছোঁহি পৃথিবীত নব-জনমং।' তেওঁলোকৰ কি কি মস্ত একোটাইঁত যুক্তি যেনে—বহুতে 'নেৰায়ণ' ক'লেও সকলোৱে 'নাৰাযণ'হে লেখে, কাৰণ 'নেৰায়ণ' অশুদ্ধ, একে গতিকেই 'নেলাগে' অশুদ্ধ, নালাগে' মাথোন শুদ্ধ, 'নেযাবি' অশুদ্ধ, 'নাযাবি' মাত্ৰ শুদ্ধ, 'নেৰানেপেৰা' অশুদ্ধ, 'নেৰা-নাপেৰা' হে শুদ্ধ, ইত্যাদি, অতএব 'ঢুলীযা ককাইহত, ঢুলীয়া ছেৱকে বজাব নেজান' বুলি নাগাবাঁ, 'নাজান' বুলি মুখখন বহলকৈ মেলি দিবাঁ, গোপিনী আইসকল, 'নেজানি সোমালো আইৰে ফুলেবাৰী' নাগাবাঁ, আয়ে দায় ধৰিব, 'নাজানি ' বুলি বেঁত মেলাচোন।

কোনো কোনো যশপ্ৰাৰ্থী মন্দ লেখকে ভাষাতত্ত্ব তেওলোকৰ যশ আৰ্জোনৰ এটা সহজ পথ বুলি ভাবে। সেই বাবেই ভাষাতত্ত্বক বোলা হয় এটা most abused science, সিযে এক বিজ্ঞান, এই কথা তেওঁলোকে নেজানে বা সুবিধা বুজি পাহৰি যায়। সিওযে কিছুমান নীতি মানিহে চলিব পাবে, সেই কথা বুজিবলৈ তেওলোকে

আছুকাল পায়। বহুতে ভাষাতত্ত্বতো নানা ছুদিনীয়া ৰাজনৈতিক 'বুলি' আওৰাবৰ সুবিধা লয়। যেনে, আজিকালি ৰাজনৈতিকসকলৰ বক্তৃতাৰ এটা অপৰিহাৰ্য্য বিষয় হ'ল national integration, ৰাষ্ট্ৰীয় সংহতি। অলপ দিন আগতে আমাৰ এখন খবৰ কাগজত এজনে লিখা মনত আছে, কেঞাবন, কেঞা-কঠাল কেঞা-আঙুলি আদিৰ 'কেঞা' অংশটো বোলে ৰাজস্থানী লোকসকল অসমলৈ আহোঁতেহে আমাৰ ভাষালৈ আহিছে, আৰু বোলে ছুখন প্ৰদেশৰ মানুহৰ মাজত মিলনৰ ইও এক নিদৰ্শন। ক'ত মৰা, ক'ত জৰা!! যোৱা ২৬ জানুৱাৰীত যদি জনতাৰ এনে ধৰণৰ ভাষাতত্ত্বৰ ভূ থাকিলহেঁতেন, গুৱাহাটীৰ বাটত বহুতোখিনি অশান্তি নহ'লহেঁতেন। ডক্টৰ কাকতিয়ে ১৯৪১ ছনতে প্ৰকাশিত তেওঁৰ গৱেষণা গ্ৰন্থত খাছি ভাষাৰ শব্দৰ লগত অসমীয়া ভাষাৰ সামঞ্জস্য আঙুলিয়াই দিছিল। কিন্তু পাৰ্বত্য নেতা সন্মিলনে জানো তেওঁলোকৰ ৰাজনীতিক কাকতিৰ পুথিৰ সূত্ৰেৰে অনুশাসন কৰিছে? আৰু কাকতিৰ কিতাপ পঢ়ি বুজা মানুহেই বা আমাৰ হৈছে কিমান? তেওঁতো খাছি ভাষাৰপৰা বা বড়ো ভাষাৰপৰা অমুককেইটা শব্দ অসমীয়ালৈ আহিল বুলি তাত চাব-মোহৰ মাৰি খাটাংকৈ থৈ যোৱা নাই, কাৰণ তেও আছিল ভাষা-বৈজ্ঞানিক, ভোট বিচাৰি নেতা হ'বলৈ বিচৰা লোক নহয়। তেওঁৰ ব্যৱহৃত আখ্যাবোৰ চাওক Khasi correspondences (ছেদ ৬১), Mundari correspodences (ছেদ ৬৬), Santali correspondences (ছেদ ৬৭), parallel forms (ছেদ ৭২) words of suspected Bodo origin (ছেদ ৭৫)। থেই দাও বুলিয়ে মণিকূট পোৱা লেখকে কিন্তু স্বপ্ন দেখিয়ে পেলালে, কাকতি ডাঙৰীয়াই এইবোৰ শব্দৰ বড়ো-মূল শিলত কাটি থৈ গৈছে!! ডক্টৰ কাকতিৰ চৰণত শিক্ষালাভ কৰাৰ ভাগ্য আমাৰ সামান্যভাৱে হৈছিল। তেও কৈছিল, "বাপু গৱেষণাৰ বিষয়ত 'ময়ে শেষ কথা কৈ পেলাম', এনে

মনোভংগিকে পৰিহাৰ কৰিব লাগিব। এয়ে বৈজ্ঞানিক দৃষ্টিভংগি।” এতিয়া সেই কাকতিয়েই অমুকটো গৱেষণা কৰি খাটাং কৰি কৈ গৈছে বুলি কোৱাটো কোনো তৰ্কবাগীশৰ সস্তীয়া ৰণ-কৌশল মাথোন হ'ব পাৰে। তাৰ মূল্য হ'লে নাই। কাকতিয়েই আই, আতা, আমৈ, কোঙা, গচক আদি শব্দৰ সম্ভাব্য আৰ্য আৰু অনাৰ্য দুইবিধ উৎপত্তি নিৰ্দেশ কৰা নাই জানো? সাধাৰণ খং শব্দটোকে তেওঁ কেই ঠাইত দেখুৱাইছে? তেওঁ অসমীয়া কিংখাপ (সিংখাপ) শব্দৰ লগত খাছি কেম খাপৰ যোগ দেখুৱাইছে। কিন্তু এই শব্দটো আৰু সি বুজোৱা বস্তুটোৱেই মূলত চীন দেশৰ বুলি আজি পণ্ডিতসকলে কৈছে। ফাৰ্চী ভাষাতো শব্দটো (কিংখাব) আছে। এটা শব্দ পৃথিৱীৰ দহোটা ভাষাত থাকিলে ক'ৰপৰা কোনে পালে তাক নিৰ্ণয় কৰা টান, কাকতিয়েও সেই কাম তেওঁ লোৱা সকলো শব্দতে কৰি গৈছে বুলি কোৱা নাই। কাকতিৰ পুথিৰ দ্বিতীয় সংস্কৰণতে কিমান পৰিৱৰ্তন ঘটিছে, খবৰ ৰখাসকলে জানিব। কাকতিৰ নামৰ দোহাই দি ভাষাতত্ত্ব মহতিওৱা লেখকৰ বিলাই দেখি তেও আমাক কোবা এটা গল্পলৈ মনত পৰে—এজন তেনে লেখকে কেনেকৈ অসমীয়া প্ৰায় সকলো শব্দকে বিশেষ এটা ভাষাৰ ফালে পোনাই গৰ্‌গৰাইছিল, আৰু কেনেকৈ তেওৰ প্ৰতিবাদ উঠিলেই আস্তিন কোঁচাই লৈছিল। আমালৈ জানিবা কোনেও এতিয়ালৈকে আস্তিন কোঁচোৱা নাই॥ ডক্টৰ কাকতিৰ ভাষা গ্ৰন্থখনি ওলোৱাৰ পিছত অষ্ট্ৰিক, ভোট ব্ৰহ্ম ( Tibeto-Burman ) আদি ভাষা গোষ্ঠীৰ নাম কোৱা কোনো লোকৰ এটা ফেশ্বনেই হৈ পৰিছিল—লাগিলে অষ্ট্ৰিক কোনটি, সন্ত্ৰীক কোনটি বুজি পাবৰ ক্ষমতা তেওঁলোকৰ থাককেই বা নাথাককেই। আজিও দেখা যায় মৰিলেও নেৰয় সেই ধনঞ্জয় বায়ু। কিন্তু ডক্টৰ কাকতিয়েযে অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক আৰু ধ্বনিতাত্ত্বিক (ব্যাকৰণ আদি) প্ৰায় সকলো কথাই সংস্কৃত ভাষাৰপৰাহে বুজাইছে, সেই কথা এই ভাষা-দাৰ্শনিকসকলে বুজিব কেতিয়া? ইয়াকে কয়

অল্পবিদ্যা ভয়ংকৰী !! অসমীয়া ভাষা এটা New Indo-Aryan language। ইয়াত দুই এটা অন্য গোষ্ঠীৰ শব্দ বা ৰূপ থাকিলেও (তেনে বহু সংস্কৃততো সোমাইছে) ইয়াৰ ৰূপতাত্ত্বিক আৰু ধ্বনিতাত্ত্বিক পৰিৱৰ্তনবোৰৰ অধ্যয়নত Old Indc-Aryan সংস্কৃত আৰু Middlo Indo-Aryan পালি-প্ৰাকৃত আদিৰ সহায় অপৰিহাৰ্য। তাতে যিজন আশ্চৰ্যান্বিত হয়, তেওঁকহে আচৰিত বহু বুলি মানিব লাগিব। অসমীয়া ভাষাৰ ওপৰত এই Aryan-অৰ বাহিৰৰ প্ৰভাৱ মূল স্থিতিৰ বস্তু নহয়। ৰাজনীতিৱালাৰ ইচ্ছাত ভাষাতত্ত্ব নচলে।

তাৰ এটা বৈজ্ঞানিক ভিত্তি আছে। ভাষাতত্ত্ব সোপায়ং নম মন্ত্ৰ নহয় যে কোনোবা ৰাজনৈতিক বা ভোটাৰৰ দলক সন্তোষ লগাবলৈ আমি কাকতিৰ কিতাপখনত দেখুওৱা অসমীয়া শব্দৰ সংস্কৃত ব্যুৎপত্তিবোৰ খচাখচ কাটি নতুন এখন কিতাপ লিখিম। দুখৰ বিষয়, অসমীয়া ব্যাকৰণ বহুতেই লিখিছে যদিও সকলোবে সংস্কৃত ব্যাকৰণৰ ঠাঁচতহে তাক ঢালিছে। তেওলোকক পুতৌ কৰিব খোজা সকলৈহে পুতৌ ওপজে, যদিও আমি জানো অসমীয়া ব্যাকৰণে সংস্কৃত ব্যাকৰণ শত কিমান ভাগ মানে।

ভাষাতত্ত্বৰ আৰু এক 'বুলি'ৰ অবতাৰ হৈছে, তাৰ নাম উদাৰতা। অভিধান লেখা ব্যাকৰণ লেখা মানুহক কোনেও উদাৰ নোবোলে। তেওঁলোক কোনো অৰ্থত জনপ্ৰিয় হ'ব নোৱাৰে। কাৰণ তেওঁলোকে নাভাবে যে গধূলি গোহালিত দামুৰিকেইটা পঘা লগাই নথলে বা গাইজনীয়ে ৰাতি বান্ধৰপৰা মূৰ পোলোকা দিলে ৰাতিপুৱালৈ কঁৰিয়াত ফেন উঠাকৈ গাখীৰ খীৰাবলৈ পাব। অভিধান ব্যাকৰণত নিয়মৰ নিগড় থাকিবই যদিহে কোনোবা পণ্ডিতে তাক লেখে, 'কণ কমাৰ বগীৰাম শলাগিব পাৰে মানে'—এনে উদাৰ ধৰণৰ ব্যাকৰণ-অভিধান কৰবাত আছে যদি নাজানো। গণতন্ত্ৰ ৰাজনৈতিক 'বুলি', ব্যাকৰণ-অভিধানৰ সূত্ৰ নহয়।

# জয়মতী কুঁৱৰী নাটকৰ চৰিত্ৰ

নাটক বুলিলে মুঠতে দুটা কথা বুজায়—চৰিত্ৰ অঙ্কন আৰু চৰিত্ৰৰ ক্ৰিয়াৰ পৰিচিত্ৰণ। ইয়াৰ ভিতৰতে সোমাই যাব যৌগিক মৌলিক নানা বিধৰ উপাদান। চৰিত্ৰ-অঙ্কন অৱশ্যে নাটকৰ একচেতীয়া সম্পত্তি নহয়। উপন্যাস বা কাব্যতো তাৰ আৱশ্যক আৰু ব্যৱহাৰ আছে। কিন্তু কেইবাটাও চৰিত্ৰ আঁকি সিহঁতক একে ঠাইতে একে সময়তে কথা-বতৰা পাতিবলৈ আৰু কাৰ্য কৰিবলৈ দিয়াতেই নাটকৰ বৈশিষ্ট্য। এখন উপন্যাসত লেখকে ইচ্ছামতে একোটা চৰিত্ৰৰ ওপৰত নিজৰ মন্তব্য ছটিয়াই যাব পাৰে। নাটকৰ সেইখিনি সুবিধা নাই। নাটকীয় চৰিত্ৰৰ মুখেদি আৰু সিবোৰৰ কাৰ্যেদি একোখন মানৱ-হৃদয় পৰিস্ফুটভাৱে চিত্ৰিত কৰিব পৰাতে প্ৰতিভাশালী নাট্যকাৰৰ পৰিচয়। মানৱ হৃদয়—সি একেবাৰতে ব্যক্তিগত আৰু বিশ্বজনীনো। মানুহৰ হৃদয়ৰ আদিম আৰু সবল উপাদানবোৰ মূলত একে। ল'ৰাৰ সৰলতা আৰু সংসাৰীৰ কুটিলতা কৌটিকলীয়া কথা। উদ্ভিন্ন-যৌৱন ডেকা-গাভৰুৰ মিলন আকাঙ্ক্ষা আমাৰ বনৰীয়া গীতবোৰত যেনেভাৱে প্ৰকাশ পাইছে, বিলাতৰ পুৰণি ঘৰুৱা গীত-মাতবোৰতো ঠিক সেইদৰেই প্ৰকাশ পাইছে। কিন্তু এইযে সনাতন স্বভাৱ, এইযে বিশ্বজনীনতা, তাক লৈও মানুহৰ ভাব অনুভূতি, কাৰ্যকলাপৰ কিছু ভেদ হয় জাতীয়তা ভেদে। প্ৰতিভাশালী সাহিত্যিকৰ চৰিত্ৰত মানৱ হৃদয়ৰ বিশ্বজনীনতা আৰু তাৰ ওপৰত জাতীয়তাৰ প্ৰভাৱ দুয়োটাকে স্পষ্টকৈ দেখা যায়।

বেজবৰুৱাৰ শ্ৰেষ্ঠ নাটক "জয়মতী কুঁৱৰী"ৰ চৰিত্ৰতো অসমীয়া মাত-কথা আৰু জাতীয়তাৰ চাব আৰু বিশ্ব মানৱৰ সাধাৰণ অনুভূতি, উভয়ৰে সৈতে আমাৰ সাক্ষাৎ হয়। নাৰীৰ হৃদয় কুসুমকোমল হোৱা সত্বেওযে সতীৰ হৃদয়ে স্বামীৰ আৰু দেশৰ কাৰণে বজ্ৰকঠোৰ হৈ

অকাতৰে শাৰীৰিক কষ্ট সহ্য কৰিব পাৰে, তাকেই বেজবৰুৱাই এই নাটকৰ ভিতৰেদি ফুটাই তুলিছে—অৱশ্যে সি নাটকখনৰ উদ্দেশ্য নহ'বও পাৰে। এজনী সামান্য যৰাচী ছোৱালী জোৱান ডার্কেও আমাক এই একেটি সত্যকে পতিয়ন নিয়াইছিল। তিৰোতাই অপৰিসীম বুদ্ধি শক্তিৰে আমাৰ চকুত চমক নলগাবও পাৰে, কিন্তু অপৰিসীম কার্যশক্তি আৰু ত্যাগশক্তিয়ে যুগে যুগে নাৰীৰ নাম পৱিত্ৰ কৰি ৰাখিছে। এই বিৰাট বিশ্বজনীন সত্যযেৰাই "জয়মতী কুঁৱৰী" নাটকৰ মূল গাঁঠি। ইয়াৰ বলত নানা চিৰকলীয়া সত্য আৰু সকলো দেশৰ সকলো মানুহৰ সাধাৰণ সম্পত্তি মহৎ প্ৰবৃত্তিবোৰে নাটকীয় চৰিত্ৰৰ বুকেদি ভুমুকি মাৰিছে আৰু সেই মহত্বৰ লগত মানুহৰ নীচতা আৰু হিয়াৰ দীনতাৰ সংঘাতত জীৱনৰ কি একোটা ট্ৰেজেডিৰ সৃষ্টি হয় আমি তাকে দেখা পাইছো। প্ৰেম, দয়া, ঘৃণা, কপট সকলো ঠাইতে, সকলো দেশতে আছে। সিহঁতৰ খেলিমেলিতেই নাটকৰ উদ্ভব। বৰ্তমান নাটকখনিতো সিবোৰৰ হৈ চৈ আমি দেখোঁ, কিন্তু এই সকলো মানৱৰে সাধাৰণ সম্পত্তি অনুভূতিবোৰৰ প্ৰকাশৰ ভিতৰেদিও বেজবৰুৱাই আমাৰ আপোনাৰ দেশ আৰু আমাৰ 'সুৱীয়া মাত', আমাৰ দেশৰ বতাহ পানীৰ কথা পাহৰি যাবলৈ দিয়া নাই। "জয়মতী কুঁৱৰী" নাটকৰ যিটো বায়ুমণ্ডল, সি সম্পূর্ণ অসমীয়া। এই বায়ুমণ্ডলত উটি ফুৰিছে অসমৰ প্ৰাণৰ গীত মাতবোৰ—শ্ৰীকণ্ঠ মাধৱৰ বৰগীত, অসমীয়া বুঢ়ী আইহঁতৰ নিচুকনি নাম আৰু বায়তীহঁতৰ বিয়া নামৰ সুৰ। এই মণ্ডলৰ বায়ুকে সেৱি ডাঙৰ হৈছে বাহুবলী পুৰুষ গদাপাণি, ল'ৰা মতীয়া চুলিকফা কোঁৱৰ, চাণক্য নীতিৰ বুঢ়াগোহাঁই আৰু বৰপাত্ৰগোহাঁই, উভাৰ ৰাজনীতিৰ বৰগোহাঁই ডাঙৰীয়া, পৱিত্ৰ মাতৃ-হৃদয়েৰে ৰাজমাও দেউতা, অভিমানৰী জয়মতী, প্ৰকৃতিৰ বুকুৰ সৰলতা সনা বুঢ়া গাম, গামনী আৰু ডালিমী আৰু স্বাধীন অসমৰ কোলাৰ এঅঁৰা-এবুৰি ল'ৰা-ছোৱালী। অসমীয়াই সৰাতো শ্ৰেষ্ঠ বুলি মানে দুবিধ 'অথবিটি'—ৰজা-ঘৰ আৰু গুৰু-ঘৰ। ৰজা ঘৰৰ বেমেজালিত গুৰু-

ঘৰভয়ে চাঞ্চল্য সৃষ্টি হ'ব, এই কথা দখিণপটীয়া গোসাঁইৰ মুক্তিয়াৰ আৰু ভকতৰ হতুৱাই আমাক সোঁৱৰাই দিওৱা হৈছে।

চৰিত্ৰ-অঙ্কনত বেজবৰুৱাৰ হাত কিমান প্ৰখৰ আৰু দৃঢ়, সেই বিষয়ে দুটিমান কথা এইখিনিতে উনুকিয়াই থওঁ। ৰজা-ৰাজকুঁৱৰীবেপৰা লগুৱা-চাংমাইলৈকে সকলো চৰিত্ৰকে পৰিপাটিকৈ আঁকা হৈছে আৰু প্ৰত্যেকটো চৰিত্ৰৰে স্বকীয় ব্যক্তিত্ব ফুটি উঠিছে। পেন্দুকণা ল'ৰা লাই লেচায়ো বেজবৰুৱাৰ তীব্ৰ দৃষ্টিৰপৰা হাত সৰা নাই। লাই লেচাই ৰাজফৈদৰ ল'ৰা, গতিকে বাঘ আৰু ধেনু কাঁড়েৰেহেযে ধেমালি কৰিব, ই অতি স্বাভাৱিক।

সৰু চৰিত্ৰৰ ভিতৰত নেনাই চমুৱা আৰু লিটিক চিপাদাৰ, কমল লগুৱা আৰু খুহুটীয়া শৰ্ম্মা, প্ৰত্যেকটোৱেই এ'কোটা বেলেগ বেলেগ মানুহ। নেনাই চমুৱাই কথাৰ ডাল পাত জোৰা দিবলৈ বিচাৰে আৰু দিব পাৰেও, গতিকে মুখখন বৰ চোকা, তাৰ ইটো কথাই সিটো কথাৰে নিমিলিলেও সি ইমান দৰে কথা কয় যে বুঢ়াগোহাঁইৰ নিচিনা আঙুলিৰ-মাজে পানী নসৰকা লোককো পতিযন নিযাব পাৰে। লিটিকৰ এইযেৰা বিদ্যা নাই। সি ঢোলৰ লগত টেমেকা হৈ নেনাইৰ কথাৰ লগতে মাত্ৰ উজনি দিয়ে, "নহযনো কি আকৌ।" বুঢ়াগোহাঁযনীৰ ঘৰৰ কমল এটা 'টিপিকেল্' অসমীয়া লগুৱা। সি পাৰিলে ঘৰলৈ অহা ফকীৰণীৰ জেঙা মৰাতকৈ কঁকালৰ জোৰা লৰাম বুলি চঁক্ খুৱাই খেদা বলৈকে চেষ্টা কৰে, তাকে কৰিব নোৱাৰি ফকীৰণীয়ে বুঢ়াগোহাঁয়নীৰ লাই দিয়া মাত পোৱা দেখি ভোট্‌ভোটাই একাষৰীয়াও হয। খুহুটীয়া শমা পণ্ডিতক কথা পতা দেখিলে শেক্সপিয়েৰৰ নাটকৰ বিদূষকবোৰলৈ মনত পৰে। তাৰ কথাৰ মাজৰ হাস্যই অনেক সময়ত, শেক্সপিযেৰৰ প্ৰিয় দ্ব্যৰ্থবোধক pun-অৰ দৰে, শব্দ ওলট পালট কৰাৰ ওপৰতে নিৰ্ভৰ কৰে। বেঁকাভাৱে লোকক কথাৰে আক্ৰমণ কৰা, লগতে এবাৰ কঁকৰা বা গীত আওৰাই কথাৰ সামৰণি মৰা স্বভাৱটোও একেজন ইংৰাজ

নাট্যকাৰবে বিদূষকবোৰৰ নীতি। কিন্তু খুহুটীয়া পণ্ডিত সম্পূর্ণ অসমীয়া বামুণ। হাতৰ কঁকালৰ বিষত উঠিব নোৱৰা হোৱাটোৱেই তাৰ এক প্ৰমাণ। অনেক সময়ত খুহুটীয়াৰ কথা, বুঢ়াগোহাঁয়ে কোৱাৰ দৰে, 'বহুৱালি'ৰ ওপৰৰ হাস্যলৈ উঠিব পৰা নাই। কিন্তু পণ্ডিত বৰ নোম-টেঙৰ। সি সাধুকথাৰ ছলেৰে ৰাজপাটত বহি থকা ৰজাকো আক্ৰমণ কৰিবলৈ চেষ্টা কৰে ( পঞ্চম অঙ্ক, ষষ্ঠ দৰ্শন )। কোনোবা এখন দেশৰ ৰাণীৰ মূৰত পুৰীষোৎসৰ্গ কৰা বাবে আকাশেদি উৰি যোৱা মইনা চৰাই এটিক আদালতত দণ্ডনীয় কৰিবলৈ চেষ্টা কৰা বাবে, তেনে কৰিবলৈ চেষ্টা কৰা লোকক তিৰোতা বুলি ধৰা হৈছে—এয়ে বামুণৰ সাধুটোৰ তাৎপৰ্য। সাধুটোৱে হয়তো জয়মতী কুঁৱৰীক ধৰি বান্ধি শাস্তি কৰা ল'ৰা ৰজাকো ছোৱেগৈ। কিন্তু ৰজাই জানিবঁা তাকে ধৰিব নোবাৰি বা নধৰি খুহুটীয়াক 'মূৰত অলপ বলিয়াৰ চিটো আছে সঁচা' বুলি একাষাৰ গীত গাবলৈ কৈছে। কিন্তু তাৰ গীততো সেই একে 'এছিড়ে ই—

সোণৰ শ'ল-মাছ টুবুঙাই সাৰিলে
বগলী অতি সিয়ান।
হাতৰ পাঁজি লৈ ঢেকীয়াপতীয়াক
হাহচোৰে বিহে বিধান॥

এই গীতআষাৰে গদাপাণি, গদাপাণিক ধৰিবলৈ চেষ্টা কৰা ৰজাৰ মানুহ, 'ঢেকীয়াপতীয়া' গদাপাণিক শাস্তি বিহিবলৈ চেষ্টা কৰা 'হাঁহচোৰ' ল'ৰা ৰজা সকলোকে সামৰে। তাৰ বাবে যে খুহুটীয়াৰ আঁঠুৰ ঘিলা কঢ়া নহ'ল, এয়েহে আচৰিত কথা।

গদাপাণি আৰু জয়মতীৰ উদাৰ প্ৰণয়ৰ কাষৰতে পিথু চাংমায়ে তৰবৰীৰ লগত 'কোৰ্টশ্বিপ' চলাইছিল। পিথু স্বাধীন অসমৰ স্বাধীন, উদাৰ বতাহ লগা ডেকা। সি যদিও চাংমাই শালৰ যোগানৰ কাৰণে দিনৌ হাঁহ পাৰ, কুকুৰা ছাগলী ঘেচ্ ঘেচ্‌কৈ কাটিব লাগিছে, তথাপি তাৰ ৰঙিয়াল হৃদয়ৰ একোণত তৰবৰীৰ প্ৰতি একেৰা স্নেহ সোমাই

আছিল। জয়মতীক একুৰি শকত মানুহৰ সহায়েৰে পিশাচৰ অত্যাচাৰৰ-পৰা সকলোৱাই নিবলৈও সাজু হৈছিল। ডৰৰবীয়ে কিন্তু তাৰ হাতত জীৱৰ বিলৈ দেখি তাৰ প্ৰেম প্ৰত্যাখ্যান কৰিলে। 'বাঘে-খোৱা, তই আগেয়ে যমৰ ঘৰলৈ যা, তাৰ পিছত তোৰে সৈতে ডৰৰবীৰ বিয়া হ'ব।" ইয়াৰ উত্তৰত পিথুৱে ভেও দিহে উঠিল,—

লগ নাই, কোনেৰে গোবিন্দ, গোৱিন্দ ঐ!
যাবা ঐ মমুৰাই? গোবিন্দ, গোৱিন্দ ঐ।
ডৰৰবীৰ লগেৰে যাম ঐ, যাম ঐ, ৰাম গোসাঁই।

পিথুৰ প্ৰেমখন ঠিক অসমীয়া বৰ্ডিয়াল ডেকাৰ প্ৰেম ধেমালি। পিথুক নাট্যকাৰে নাটৰ সামৰণিৰ সময়তো পাহৰা নাই। এফালে জয়মতী মৃত্যুৰ কোলাত হলি পৰিছে, আনফালে পিথুৱে এটা চাউডাঙৰ বুকুত কটাৰী বহুৱাইছে আৰু কেইটামান নীহ পশুৰ হাতত প্ৰাণ হেৰুৱাইছে। তাকে দেখিহে ডৰৰবীয়ে তাইৰ প্ৰেমিকৰ আচল মোল বুজিছে আৰু সিপুৰীত বিয়াখন পাতিবলৈ আশা কৰিছে। ডৰৰবী এজনী পাকৈত লিগিৰীও। জয়মতী নোহোৱা সময়ত তাই লাই লেচাইক যিদৰে প্ৰবোধ দি ৰাখিছে, শলাগিব লগীয়া।

যি তিনিজন গোট খালে ৰজাকো ভঙা পতা কৰিব পাৰে, সেই তিনিজন ডাঙৰীয়াৰ চৰিত্ৰ অঙ্কনতে বেজবৰুৱাৰ চৰিত্ৰ অঙ্কন শক্তি সৱাতো সুন্দৰ হৈ ধৰা পৰিছে। শেক্সপিয়েৰৰ চৰিত্ৰ অঙ্কনত এটি কৌশল লক্ষ্য কৰা যায় যে, তেওঁ অনেক সময়ত কিছুমান চৰিত্ৰৰ স্বাভাৱিক অমিল দেখুৱাই প্ৰত্যেকটোকে পৰিস্ফুট কৰি তোলে। বৰগোহাঁই, বুঢ়াগোহাঁই আৰু বৰপাত্ৰগোহাইৰ চৰিত্ৰ অঙ্কনতো এই একে কৌশলকে প্ৰয়োগ কৰা হৈছে। তিনিজন ডাঙৰীয়াৰ কথাত যেনে মিল নাই, স্বভাৱতো তেওঁলোকৰ তেনে বহুত অমিল। বৰগোহাই উদাৰ, স্বাধীন-মনা, অন্যায় দেখিব নোৱৰা ৰাজনীতিজ্ঞ পুৰুষ—পিছৰ যুগৰ বিচক্ষণ পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ শাৰীৰ লোক। তেওঁ জয়মতীৰে সৈতে একে ফৈদৰ লোক

কিন্তু সেই যুলিও তেওঁৰ কাৰণে ৰাজনীতিহে আগ। এটা ডাঙৰ ফৈদৰ জীয়ৰী আৰু এটা ডাঙৰ ফৈদৰ বোৱাৰী জয়মতীক ৰাজ-সভালৈ অনা আৰু মুকলি পথাৰত শাস্তি দি লঘু কৰা তেওঁৰ উদাৰ চিতে সহিব নোৱাৰিছিল, তাৰ বিৰুদ্ধে তেওঁ যৎপৰোনাস্তি যুঁজিছিলো। কিন্তু তেওঁৰ চেষ্টা ল'ৰা মতীয়া চুলিকৃফা, বুঢ়াগোহাঁই আৰু বৰপাত্ৰগোহাঁইৰ কূটনীতিৰ বাবে ফলৱতী নহ'ল। জয়মতীৰ করুণ কাহিনীৰ কালিকা আছিল বুঢ়াগোহাঁইৰ স্বাৰ্থপৰতা। এইজনা ডাঙৰীয়াৰ ৰাজনৈতিক স্বাৰ্থপৰতাত তেওঁৰ যুগৰ বৈশিষ্ট্য যোল কলাই আছিল। তেওঁৰ চকুৰ আগতে কেইজনা-কোঁৱৰক ৰাজপাটৰপৰা খহাই মৃত্যুৰ মুখলৈ বগৰাই দিয়া হৈছিল, কেইজনা ৰজা হ'ব লগা কোঁৱৰক জনমলৈ ঘৃণীয়া কৰা হৈছিল। স্বাৰ্থপৰ বুঢ়াগোহাঁই ঠিক এই যুগৰে সৃষ্টি। তেওঁ ৰজাক উচটাই এজনৰ পিছত এজনকৈ কোঁৱৰৰ গাত খুঁত লগাইছে লোকক দেখুৱাই, ল'ৰাৰজাৰ কাৰণে ৰাজ্য নিষ্কণ্টক কৰিবৰ কাৰণে, ভিতৰি, তেওঁৰ দুৰভিসন্ধি। নাট্যকাৰে কেইটিমান ছলিলকি বা আত্ম সম্ভাষণৰ ভিতৰেদি বুঢ়াগোহাইৰ অন্তৰৰ হলাহল আমাৰ আগত উবুৰিযাই দিছে।

> বুঢ়াগোহাঁই—(ৰজাৰ ফালে আঙুলিয়াই) "এই বাচ্ছাটিক সম্প্ৰতি মোক লাগে। ইযাৰে মোৰ অনেক মতলব সিদ্ধি হ'ব। (নিজৰ বুকুলৈ আঙুলিয়াই) অমুকাই, তই নিৰাশ নহ'বি। বুকুত ভালকৈ আশা বান্ধ, এদিন তোৰ আশা ফলিযাবই। তই এই কাৰেং, এই ৰাজপাটৰ গৰাকী—কোনে জানে? অসম্ভৱেই বা কি? (নিজৰ মুৰত হাত দি) মুৰাই! তই মাথোন পৰিষ্কাৰ হৈ থাক, হিছাপত যেন ভুল নকৰ।

বুঢ়াগোহাঁই নিমৰমিয়াল, হিছাপী লোক—cold calculator তাতে আকৌ জয়মতীৰ নিচিনা এজনী মগ্ৰামী তিৰোতা। অসম্ভৱ! তাইৰ ওচৰত ছুৰিব নোৱাৰি, "বৰগোহাঁয়ে মোলৈ চাই চাই গোঁফৰ তলতে সন্তোষৰ যি মিচিকিয়া হাঁহি মাৰিব, দেখি মই সহিম কেনেকৈ?" এই

অহঙ্কাৰৰ বাবেই বুঢ়াগোহাঁইয়ে ৰাজ্যৰ কুখ্যাতি মাতি আনিলে। বৰপাত্রগোহাঁই বৰগোহাঁইৰ দৰে উদাৰপন্থী ৰাজনৈতিক পুৰুষো নহয়, বুঢ়াগোহাঁইৰ দৰে কূটনীতিবিদ্ তলে পুতল ৰাজমন্ত্রীও নহয়, তেওঁ মাত্র ৰঙাই-বগাইৰে লগৰ এজন সাধাৰণ মানুহ, ভাগ্যৰ ফেৰত বৰপাত্রগোহাঁইৰ খিতাপৰ অধিকাৰী হৈছে। তেওঁৰ হিয়া নীচ বিধৰ গোলাম-মতীয়া, servile-minded ৰজাৰ লগত কথা পাতোঁতে 'বন্দী' শব্দটো মুখৰপৰা নুগুচেই। বন্দীয়ে ক'ব পাৰো, বন্দীয়ে জানো, বন্দীৰ গাত আন গুণ নাথাকিলেও এইফেৰা গুণ আছে যে, বন্দীয়ে ততালিকে মানুহ চিনি পেলাব পাৰে। স্বৰ্গদেও, বন্দীৰ বিয়াদপি মাফ কৰিব, বন্দীয়ে কবলৈ বাধ্য হৈছো যে, বন্দীৰ কথা বাহী হলেহে গ্রাহ্য হয়। বন্দীৰ দুৰদৃষ্ট স্বৰ্গদেও, দুৰদৃষ্ট !—মুঠতে, বৰপাত্রগোহাঁইৰ oily tongue, তেলে বুৰা জিভাৰ গাত বহুতো পাক। তেওঁ বৰগোহাঁইৰ বিৰুদ্ধে ৰজাতো লগাবই, পাৰিলে ৰজাক ভালৰি বোলাবলৈ গৈ ৰাজমাওকো ৰজাক 'পলিটিক্স'ৰ উপদেশ দিয়াৰপৰা আঁতৰাই পঠিয়ায। "নহয়নো কি ৰাজমাও দেউতা, আপুনি ভিতৰলৈ যাওক, বন্দীয়ে কাবৌকৈ মাতিছো' ( দ্বিতীয অংক, দ্বিতীয দৰ্শন )।

নাট্যকাৰে তিনিজনা ডাঙৰীযাৰ প্রভেদ মূলক চৰিত্র অঙ্কনতেই ক্ষান্ত হোৱা নাই। ৰাজমাওৰ কথাত 'সতাইনাৰকী' বুঢ়াগোহাই আৰু ধৰ্ম্মপ্রাণা বুঢ়াগোহাঁয়নীৰ মাজত প্রভেদৰ ৰেখাডালো চিকুণকৈ আঁকি দেখুৱাইছে ( পঞ্চম অঙ্ক, প্রথম আৰু চতুৰ্থ দৰ্শন )।

বেজবৰুৱাৰ ল'ৰাৰজাৰ শকত ব্যক্তিত্ব নাই, বয়সৰো নিৰ্দেশ নাই, কিন্তু ৰাজমাওৰ চকুত চুলিকফা 'অজলা ল'ৰা', গতিকে নিজৰ বিবেচনাৰ ওপৰত ভৰ দিয়াৰ শক্তি নাই কাৰণে বুঢ়াগোহাঁই আৰু বৰপাত্রগোহাইৰ হাতৰ পুতলা হৈ পৰিছে। ৰাজপাটৰ মমতাই এই দুজনা ডাঙৰীয়াক বশীভূত কৰিছে, নকৰিব লগীয়া কামো কৰাইছে, মাতৃ-হৃদয়ৰ হিত-চিন্তাকো দলিয়াই পেলোৱাইছে। বাহু-বলী গদাপাণিৰ পৰাক্রমৰ ভূতটোৰ তাপত শোৱন-খোৱন নাইকিয়া কৰিছে।

There is none but he
Whose being I do fear and, under him,
My Genius is rebuked , as, it is said,
Mark Antony's was by Caesar

গদাপাণি পলোৱা শুনি বেচেৰাই একেবাৰেই মুৰ হেকৰাই পেলাইছে! "( চঁক খাই ) কি ! গদাপাণি পলাল! কোনে ক'লে? কি সৰ্ব্বনাশ! মই এতিয়া যাওঁ ক'লৈ? কৰোঁ কি?"

We have scotch'd the snake, not kill'd it—
She'll close and be herself, whilst our poor malice
Remains in danger of her former tooth

বুঢ়াগোহাঁইয়ে আঙুলি টোৱাবলৈহে পালে, জয়মতীক ৰাজসভালৈ অনাৰ আদেশ হ'লেই। বৰগোহাঁইয়ে কুলস্ত্ৰীৰ অপমান ৰাজপাটৰ মানহানিকৰ বুলি দেখুৱালেও, ৰজাৰ আপোনপেটীয়া উত্তৰ হ'ল "মোৰ প্ৰাণৰ বৈৰীৰ প্ৰতি সন্মান দেখুৱাবৰ আৱশ্যক বুলি মই নেভাবো। মোৰ ইচ্ছা।" এই ইচ্ছাৰ আলম হ'ল বুঢ়াগোহাঁই। ৰাজমাৱে সাবধান কৰি দিবলৈ অহাত তেওঁ, সাধাৰণ দুষ্ট ডেকাৰ দৰে, আসৈ মাতিলে "আইদেউতা, তোমাক এইবোৰ ডাল পাত জোৰোৱা মিছা কথা লগাই কোনে আমনি কৰিছে ক'ব নোৱাৰোঁ।" ইফালে গদাপাণিৰ ভয়ত মুৰটোয়ে সদায় ফাটি যাওঁ ফাটি যাওঁ। বেজবৰুৱাৰ মধ্যম নাৰায়ণ তেলেও চিন্তা-জ্বৰ গুচাব পৰা নাই। তেও স্বপ্নতে গদাপাণিক দেখি পাটমাদৈৰ পালেঙৰ তল সোমাইছে (তৃতীয় অঙ্ক, প্ৰথম দৰ্শন)। পিছৰ ভোখৰলৈ বুঢ়াগোহাঁইৰ যিদৰে, ৰজাৰো সেইদৰেই জয়মতীক শাস্তি দিয়াৰ অভিপ্ৰায়টো গদাপাণিৰ বাতৰি উলিওৱাতকৈ এজনী তিৰোতাৰ ওচৰত হাৰ নমনাৰ সঙ্কল্পতহে পৰিণত হৈছেগৈ।

ৰজা—এজনী অৱগৰ্ব্বী তিৰোতাই, তিনিজনা ডাঙৰীয়াৰে
সৈতে অসমৰ ৰজাক এইদৰে এটা কথাতে হকৰাব লাগিলে
অপমান ৰাখিবলৈ ঠাই নোহোৱা হ'ব।

বৰপাত্ৰগোহাঁই—হয় স্বৰ্গদেও, তেতিয়া হ লে আমি সকলোৱে চুৰিয়া এৰি মেখেলা পিন্ধিব লাগিব।

বৰগোহাঁই—( স্বগত ) এতিয়াই পিন্ধা উচিত।

বুঢ়াগোহাঁই—কথাটো মিছা নহয়!

প্ৰতিভাশালী নাট্যকাৰৰ লেখনীৰ এই একেটা কোবতে ৰজা আৰু তিনিজনা ডাঙৰীয়াৰ চৰিত্ৰ ফুটি ওলাইছে।

বেজবৰুৱাৰ ৰাজমাও এগৰাকী আদৰ্শ অসমীয়া আই। তেওঁ ঈশ্বৰ-ভীৰু, ঈশ্বৰে পুতেকৰ অন্যায় বিধানৰ প্ৰতিবিধান কৰিব, এই ভয়ে তেওঁক খাই মাৰিছে। মহাভাৰত ৰামায়ণৰ কথা তেওঁৰ আঙুলিৰ আগত। জয়মতী কুঁৱৰীক ৰাজসভাত অপমান কৰাৰ কথা, দুঃশাসনে ৰাজসভাত দ্ৰৌপদীক লঘু কৰাৰ লগত তুলনা কৰিছে আৰু তাৰ ফলত ভীমে দুঃশাসনৰ তেজ পিয়া সুৰৰি চঁক খাই উঠিছে। হেৰেমত থাকিও তেওঁ ৰাজ্যৰ বাতৰি দাঁড়ে দাঁড়ে পাই থাকে। পুত্ৰৰ হিতচিন্তা, সোণৰ জখলাইদি নামি অহা আহোমৰ ৰাজত্বৰ মৰ্যাদাৰ চিন্তা, দুয়োটা কাম ৰাজমাওৰ একেলগেই হয়।

জয়মতী চৰিত্ৰ আগডোখৰত বঙ্গ সাহিত্যিক দ্বিজেন্দ্ৰলালৰ 'সাজাহান' নাটকৰ পিয়াৰা নহয়, জয়মতীয়েইহে। দ্বিতীয় আৰু তৃতীয় দৰ্শনত জয়মতীৰ মনৰ ট্ৰেজেডিৰ মাজেদিও বাংঢালী প্ৰকৃতি ওলাই পৰিছে। তেওঁ জানে গদাপাণিৰ জীৱন বিপদ-সঙ্কুল। এই বিপদৰ ক লা ডাৱৰচটা, তাৰ দাঁতিত বিৰিঙি উঠিছে জয়মতীৰ সৎ হৃদয়ৰ সুবিমল হাঁহিটি। গদাপাণিয়ে কৈছে, "তোমাৰ হাঁহিমুখ, সুমধুৰ সুৰ, সুন্দৰ গীতেইতো মোক সকলো বিপদত, সকলো কষ্টত জীয়াই ৰাখিছে।" ই অকৃত্ৰিম প্ৰণয়ৰ প্ৰাণ ভৰি উঠা উচ্ছ্বাস এই প্ৰণয় আকৌ কৰুণতাৰে আৰ্দ্ৰ একো ৰসং কৰুণ এৱ। এই ৰসতেই নাটকখনিৰ সৃষ্টি। এই ৰসতে তিতি জয়মতীয়ে বিচ্ছেদৰ থাপনি পাতি গাইছে শঙ্কৰদেৱৰ মধুৰ বৰগীত এটি,—"উদ্ধৱ বন্ধু হে, মধুপুৰী ৰহল মুৰাৰি কাহে ?" সৰুবেপৰা

মাক নোহোৱা মাউৰী হৈ ‘পতিবের গতি’ কৰি জয়মতীয়ে গদাপাণিক সেৱা কৰি আহিছে। কিন্তু কেয়োফাল এক অন্যায়শীল যুগৰ মায়াজাল। জয়মতীয়ে ৰজাঘৰীয়া ফন্দিৰ বাতৰি পৰিষ্কাৰ কাণেৰে সকলো সময়তে শুনি আছে। সদায় তেওঁ সতর্ক। তেওঁ মহীয়সী তিৰোতা—স্বামী প্রেমেৰে আৰু স্বদেশ প্রেমৰ হকে স্বার্থ ত্যাগেৰে। তেওঁ গদাপাণিক প্রাণ হাতৰ মুঠিত লৈ পলাই যাবলৈ কৈছে, কাৰণ তেওঁ জানে, সেই প্রাণৰ মূল্য কিমান। “আপোনাৰ জীৱনৰ মোল বৰ বেছি, জয়াৰ পক্ষে তো নিশ্চয়কৈয়ে—অসম দেশৰ পক্ষেও। জন্মভূমিয়ে আপোনাক এই সময়ত হেৰুৱাব নোৱাৰে।” “জয়াই নিজৰ সুখ, নিজৰ সুবিধা বিসর্জন দিব জানে।” তেওঁ জীৱনৰ ব্রত কৰি লৈছে ত্যাগৰ—“স্বার্থত্যাগ কৰিব লাগিব, কৰিব পাৰিম, কৰিম।—থাকিম।—থাকিম। জয়াই ৰঙতো হাঁহিব পাৰে, বিপদকো হাঁহিৰে সামৰি লব পাৰে। জয়াই নাকান্দে। কান্দিলেও জয়াৰ চকুত কোনেও নেদেখে।” কি ত্যাগ আৰু কি সাহস। তেওঁ নিজৰ আত্মাৰ শক্তিৰে স্নেহ দুর্বল গদাপাণিৰ হৃদয়ত পলাযো প্রাণ ৰক্ষা কৰাৰ সাহসিকতা দিছে। তৃতীয় দর্শনত, য’ত জয়মতী আৰু সখী সেউতীয়ে প্রাণ খুলি কথা পাতিছে, জয়মতীৰ দুখৰ ডাৱৰত সহজ সুখী স্বভাৱৰ পোহৰ পৰি ৰামধনুৰ ৰচনা হৈছে। বন্ধুজনৰ আগত সহানুভূতিৰ আশাৰে দু আষাৰ ক’লে বেজাৰে যেনেকৈ দ সোঁত লয়, তেনেকৈ সেই দ সোঁতৰ গতি বেগী হৈ মন পাতলো লাগে। জয়মতীয়ে বৈষ্ণৱ কবিৰ সুৰত প্রাণৰ হুমুনিয়াহ এৰি দিছে,—“সুখেৰ লাগিয়া এঘৰ বাঁধিনু অনলে পুৰিয়া গেল।” জয়মতীয়ে স্বামী আৰু দেশৰ কাৰণে ৰাজচ’ৰাত মুখ দেখুওৱা আৰু উদং পথাৰত শাস্তি ভোগা দুয়োটাকে অকাতৰে মূৰ পাতি ল’লে। তেওঁ সম্ভ্রান্ত পৰিয়ালৰ জীয়ৰী আৰু বীৰ-পত্নী। কু-চক্রী বুঢ়াগোহাঁইক “আহোমৰ কুল-কলঙ্ক, নৰাধম” বুলি তিৰস্কাৰ কৰিবলৈ জয়মতীৰ কুণ্ঠা নাই। বৰগোহাঁয়ে গৌৰৱেৰে কৈছে, “আই জয়মতী, তই আমাৰ বংশৰ পদ্মফুল। তোৰ পুণ্য জীৱনে তোৰ

পিতৃকুল আৰু শহুৰৰ কুল, এই দুই কুলকে পৱিত্ৰ কৰিলে।" অসম-ভূমিও সেই একেটি পদ্মকে বুকুত লৈ চিৰপৱিত্ৰ। চাউডাংহঁতে শাস্তি বিহি ভাগৰি পৰিছে, কিন্তু ত্যাগৰ প্ৰতিমূৰ্তি জয়মতী অচলা, নিৰ্বিকাৰ, মাথোন মনত চিৰানন্দ ত্যাগৰ মহিমাত। মুখত ফুটি উঠিছে উদাৰ ভকতীয়া গীতবিলাক। কিন্তু গদাপাণিক কাৰৰ চপা দেখিও যেতিয়া নিৰ্বিকাৰ চিত্তে আত্মগোপন কৰিবলৈ অনুৰোধ কৰিছে, তেতিয়া সতী-পৰীক্ষাৰ চৰম অগ্নিকুণ্ড জলি উঠিছে। এই ত্যাগৰ প্ৰতিমূৰ্তিৰ কাষত মাতৃ জয়মতী কিছু নিষ্প্ৰভ, কিন্তু য'ত য'ত সেই ছবি পাইছো, সি সুস্পষ্ট।

গদাপাণিৰ চৰিত্ৰ প্ৰথম দৰ্শনতে পিথু চাংমাইৰ মুখেদি অৱতৰণ কৰোৱা হৈছে—বলী খাৰৈয়া হিছাপে, স্বামী স্ত্ৰীৰ মিলাপ্ৰীতিৰ বিষয়েও এটি সঙ্কেত দিয়া হৈছে, "মই দেখিছো কোঁৱৰে আইচু দেউতাৰ কথা শুনে" (পিথু)। দ্বিতীয় দৰ্শনত গদাপাণিক এই সঙ্কেতকে বহলাই জয়মতীৰ উপযুক্ত স্বামী গুৰু-ৰূপে পাও। তেওঁ জয়মতীৰ যুক্তি বুজে, "এইদৰে পলাই প্ৰাণ ৰক্ষা কৰি ভৱিষ্যতৰ নিমিত্তে শক্তি সঞ্চয় কৰাটো অৱশ্যে অনুচিত নহয়", কিন্তু বাহুবলী কোঁৱৰে তাতকৈও বেছি বুজে argument of the blow, হাতৰ মুঠিৰ যুক্তি, "শক্তি অনুসাৰে শত্ৰুৰে লৈতে যুজি প্ৰাণত্যাগ কৰাই শ্ৰেয়।" তাৰ উপৰি পত্নী আৰু পৰিজনৰ বিচ্ছেদ! কিন্তু শেষত সতী বলৰেই জয়! গদাপাণি পলৰীয়া। অকল সেয়ে নহয়, যি নিষ্ঠুৰ বাস্তৱৰ নিষ্পেষণত পৰি এনে হ'ব লগীয়াত পৰিছে, গদাপাণিয়ে সেই বাস্তৱকো পাহৰি নগা পৰ্বতত উঠিয়ে হৈ পৰিছে প্ৰকৃতিৰ সৌন্দৰ্যৰ উপাসক কবি। তেওঁৰ কবিতা—আকাশ, বায়ু, ফুল, ফল, গছ, লতা আৰু সিবোৰৰ সকলোৰে ভনীজনী যেন ডালিমী। তেও-নিৰবচ্ছিন্ন এক কল্পনা-ৰাজ্যত—তাত গদাপাণি মন্ত্ৰমুগ্ধ। কিন্তু কল্পনাৰ মাধুৰীৰ মাজতো মনত পৰেহি নিষ্ঠুৰ বাস্তৱৰ বুকুৰ এক স্বৰ্গীয় মাধুৰী সদা একণমান ঠাইলৈ—"জয়া, মোৰ দুখুনী জয়া, মোৰ একপ্ৰকাৰে মাউৰা

লাই-লেচাই।" তৃতীয় অঙ্ক, দ্বিতীয় দৰ্শনৰ ওপৰত বহি থকা প্ৰকৃতিমুগ্ধ গদাপাণিৰ স্বগতোক্তিটিত সুন্দৰ মনস্তত্ত্ব-অধ্যয়ন প্ৰকাশ পাইছে। আৰু সেই প্ৰকৃতিৰ বুকুৰ এচমকা সৌন্দৰ্য যেন ডালিমী। তাইৰ প্ৰতি জয়মতীৰ স্বামী গদাপাণিৰ ই কি স্নেহ? পাৰ্থিব? কেতিয়াও নহয়। ডালিমী নগা গামৰ জীয়েক নহয়, তাই প্ৰকৃতিৰ বুকুৰ ফুল এপাহেই, সে পাত এটিয়েই, সে জুৰিৰ বুকৰ সৰু ঢৌ এটিয়েই সে প্ৰকৃতিৰ সৌন্দৰ্যৰ এটি স্থূল পৰ্য্যাসেই, এনেকুৱা কিবা এটিহে। সেই দেখিহে তাইত গদাপাণিৰ প্ৰেমাসক্তি নাই। যেন "ৰজকিনী ৰূপ কিশোৰী স্বৰূপ, কাম গন্ধ নাহি তায়।" আছে এটি স্নেহ, ফুলৰ কাৰণে, পাতৰ কাৰণে, জুৰিটিৰ ঢৌৰ কাৰণে—যিটি কবিতাময় স্নেহ, য'ত "grief that's beauty's canker" নাই। এই কবিতাময় স্নেহৰ তলে তলে গদাপাণিৰ বুকুত চিৰকাল বাজিছে ভৈয়ামৰ ৰাজনীতিৰ জয়ঢোল, চিৰকাল জিলিকিছে সতীৰ দুখৰ কাহিনী। দেশৰ আৰু প্ৰাণ-সমা পত্নীৰ চিন্তাইযে সকলো সময়তে তেওঁৰ গতি নিৰূপণ কৰিছে, এই কথাটো নাট্যকাৰে পঞ্চম অঙ্কৰ দ্বিতীয় দৰ্শনৰ স্বগতোক্তিৰ ভিতৰেদি স্পষ্ট কৰি দেখুৱাইছে। বাস্তৱৰ টানটোৱেই বীৰৰ কাৰণে আচল টান। গদাপাণিয়ে আকৌ জানে, ডালিমী "ছোৱালী নহয়, সুখৰ সমাজিক"হে, গতিকে বাস্তৱৰ কঠোৰ আঘাতত সেই সমাজিক চূৰমাৰ হ'বই লাগিব। গদাপাণিৰ বীৰত্বই কবিত্বৰ ওপৰত নিজকে পুনঃপ্ৰতিষ্ঠা কৰিলে। গদাপাণিৰ কৰ্মপথ ভৈয়ামেদি। তেওঁৰ আগতে জয়মতীৰ ভয়াবহ যন্ত্ৰণা, ইয়েই হ'ল গদাপাণিৰ কাৰণে অতি বিপদ-সঙ্কুল অৱস্থা, অতি trying moment কিন্তু সতীৰ আত্ম বলৰেই পুনৰ জয়—গদাপাণিয়ে আকৌ কাপুৰুষৰ দৰে স্ত্ৰীৰ দুৰ্গতি চাই থাকিল! কিন্তু গদাপাণিৰ আত্মবিশ্বাসৰ ডাঁৱডালো শকত হৈয়ে ৰ প্লি ব'ল—"গদাপাণি কাপুৰুষ নহয।" "গদাপাণি স্বাৰ্থপৰ নহয়।" "গদাপাণি ভয়াতুৰ নহয়।" আৰু জয়া? গদাপাণিৰ চকুত জয়মতী যীশুখ্ৰীস্টৰ ত্যাগৰ মহিমান্বিত অৱতাৰ। এই বিশ্বাসটোৱেই

গদাপাণিৰ হতুৱাই জয়মতী হেন পত্নীকো ত্যাগ কৰোৱাইছে। এই ত্যাগতেই গদাপাণিৰ আচল বীৰত্ব। লক্ষ্মীনাথ বেজবৰুৱাৰ গদাপাণি বীৰ শাৰীৰিকতকৈও মানসিক আৰু নৈতিক কালৰপবাহে অধিককৈ, পৰিজন-বিচ্ছেদ, পত্নী-ত্যাগৰ কৰুণ মানসিক দুখকো বাদ দি দেশপ্ৰেমৰ নৈতিক বলেৰে গদাপাণিয়ে একপ্ৰকাৰ বৰাগী হৈ শুখৰ আত্বৰত অকাতৰে দিন কটাইছে। কিন্তু বেজবৰুৱাৰ সেই চৰিত্ৰৰ আচল বৈশিষ্ট্য —"One impulse from the vernal wood", কেনেকৈ তেওঁৰ গাতে প্ৰতিফলিত হৈছে, তাক দেখুওৱাত, ডালিমী গদাপাণিৰ এনে এটি শৰীৰ বিশিষ্ট "impulse"হে।

# অসমীয়া সাহিত্যত লক্ষ্মীনাথৰ লখিমী-হাতৰ লখিমী-মুঠি

লক্ষ্মীনাথ বেজবৰুৱাক বিভিন্নজনে বিভিন্নভাৱে জানিবৰ যত্ন কৰিছে। সাহিত্যত তেওঁৰ ব্যক্তিত্ব ইমান বহুমুখী যে সাহিত্য-ৰথী, ৰসৰাজ, বিশ্বৰসিক আদি বহুল একোটা বিশেষণেৰে বিশেষিত কৰিবলৈ বিচৰা হৈছে। এনেও সমালোচক আছে, যিসকলে ভাৱে সাহিত্যত বেজবৰুৱাৰ কৃতি বিশেষ নাই, কিন্তু তেওঁৰ ব্যক্তিত্বই জনছুনৰ দৰে এটি কেন্দ্ৰ দিছিল আৰু সেই কেন্দ্ৰৰ চাৰিওফালে আধুনিক অসমীয়া সাহিত্যৰ নানা গতিপথবোৰ ঘূৰিছিল। বেজবৰুৱাত প্ৰতিভা দেখা নোপোৱা সমালোচকো আছে। গুৱাহাটীত তেওঁৰ মূৰ্ত্তি এটি সাজি প্ৰতিষ্ঠা কৰিবৰ বাবে ধন গোটাবৰ বেলিকা হেনো এজন নেতা সাহিত্যিকে খাৱাংখাছ প্ৰশ্নই কৰিছিল,—লক্ষ্মীনাথ বেজবৰুৱাইনো আমাৰ কাৰণে কি কৰিলে যে তেওঁক এইদৰে পূজা কৰিব লাগে? গতিকে 'দেখে দশৰূপে' লক্ষ্মীক 'সিবেলাত' কৰিবৰ অৱসৰ কোনো কোনোৱে পাইছে আৰু পাব। ইয়াৰ মূল কাৰণ বোধ হয় এয়ে যে সাহিত্যৰ কোনো এটা ৰূপত তেওঁৰ ৰচনা পৰ্য্যৱসিত নহয়। তেওঁ নাট্যকাৰনে? নহয়। তেওঁ কবি-নে? তেওঁ গাল্পিকনে? নহয়। তেওঁ উপন্যাসিকনে? নহয়। তেওঁ প্ৰবন্ধকাৰনে? নহয়। কিন্তু তেওঁ এইবোৰ সকলো আৰু তাতোকৈ কিবা অলপ বেছি। হ'ব পাৰে তেওঁৰ সকলো সৃষ্টি সমপৰ্যায়ৰ নহয়, কিন্তু প্ৰতি পৰ্যায়তে তেওঁৰ শ্ৰেষ্ঠ কৃতি আছে। দুই-এক সমালোচকে ক'ব খোজে যে বেজবৰুৱাই "প্ৰয়োজনৰ তাগিদাত" সাহিত্য সৃষ্টি কৰা হেতুকে সেইবোৰৰ মূল্য নাই। অপ্ৰয়োজনীয় সাহিত্যৰ মূল্য কি নাজানো, কিন্তু প্ৰয়োজনবশতঃ কোনোৱে অধ্যাপকগিৰি কৰিছে, সমালোচকগিৰিও কৰিছে, তাৰ মূল্য কি? আলোচনী আৰু কিতাপ

প্ৰকাশ কৰাৰ প্ৰয়োজনতে আমাৰ শ্ৰেষ্ঠ সাহিত্যৰ সৃষ্টি হৈ আছে। অনেক সময়ত বেজবৰুৱাৰ সমালোচনাই বেজবৰুৱাক ভুল বুজি বহি থকাও আমি দেখিছো। স্ত্ৰী স্বাধীনতা সম্বন্ধে তেওঁ কোনো প্ৰবন্ধ লেখাৰ প্ৰতিশ্ৰুতি কাকো দিয়া নাছিল, তাতে যদি কোনো এটি ৰচনাৰ শিৰত সমালোচকে সেই শিৰোনামা দি লৈ, বেজবৰুৱাই কিয় স্ত্ৰী-স্বাধীনতাৰ বিষয়ে ভাল প্ৰবন্ধ লিখিব নোৱাৰিলে বুলি নিজৰ বান্ধতে নিজে পৰে, আমি নিন্দা-প্ৰশংসা কোনটো কৰিম? বেজবৰুৱাৰ প্ৰতি বুকুৰ ভিতৰত উমি উমি জ্বলি থকা বিৰোধেও অনেক সময়ত সমালোচকসকলক ভ্ৰান্ত কৰাটো স্বাভাৱিক। বেজবৰুৱা সদায় বহুতো ৰণৰ ৰণুৱা আছিল, অ্যাটাইবোৰ ৰণেই তেওঁ জিকিছিল। ৰণত ঘটাসকলৰ পো-পোৱালি বা ঠাল-ঠেঙুলিয়ে তেওঁক সততকাই ভাল বুলিব পাৰে জানো? অৱশ্যে যদি সাহিত্যৰ ৰসোপলব্ধি বা চিন্তাৰ নিৰপেক্ষতা যিসকলৰ থাকে, বেজবৰুৱাক ভাল পোৱাৰ কাৰণ নিশ্চয় তেওঁলোকেও বিচাৰি পাব। অসমীয়া সাহিত্যত বেজবৰুৱাৰ বহুমুখিতাক যদি আমি মাথোন dissipation বুলি ভাবোঁ তেওঁৰ অন্তৰত বৰ্তমান আৰু অনেক কথা প্ৰকট কলাকাৰজনক অৱমাননা কৰা হ'ব। এই দৃষ্টিৰেহে বোধ হয় তেওঁৰ ওচৰ চপা যুগুত হ'ব।

বেজবৰুৱা যেনেকৈ সাহিত্যৰ এজন যুগ-প্ৰৱৰ্তক, তেৱোঁ তেনেকৈ এটি যুগৰ সৃষ্টি। লক্ষ্মীনাথৰ বাল্যকালৰ পাৰিপাৰ্শ্বিকতাই কেনেকৈ সাহিত্যৰথীজনক নিমাণ কৰিলে, সেই কথা অধ্যয়ন কৰিবলৈ আমি যত্ন কৰিছিলো, "বেজবৰুৱা মানুহজন" (১৯৩৮) নামৰ স্কেচি, আঁত্ৰে মৰোআঁৰ ধৰণৰ বেজবৰুৱাৰ বাল্যজীৱনীত। তাত আমাৰ বক্তব্য আছিল বেজবৰুৱাৰ এইছোৱা জীৱন (১৮৬৪ৰ পৰা ১৮৮৬ ছনলৈকে, জন্মৰপৰা স্কুলীয়া জীৱনৰ সমাপ্তিলৈকে) অধ্যয়ন কৰিয়েই বুজিব পাৰি যে এই কালছোৱাতেই তেওঁৰ মনোবৃত্তিক যি গঢ় দি তুলিছিল, সি বিদেশীৰ পিহনি লাগি অধিক চক্‌চকীয়া আৰু ল-নীহে হৈছিল মাত্ৰ।

বিদেশত জীৱনৰ সৰহভাগটিয়েই কটায়ো অসমীয়া জীৱনৰ চিত্ৰবোৰ নাপাহৰা আৰু অসমীয়াৰ মাত-কথা সাহিত্য-কৃতিৰ ভিতৰেদি ফুটাই তোলা লক্ষ্মীনাথৰ বিশেষত্ব হয় কিন্তু তাত আচৰিত মানিব লগীয়া একো নাই। He saw Assamese life, and saw it whole সৰুকালতে অসমৰ নৈ পৰ্বত বগাই লক্ষ্মীনাথ অসমৰ সাত বিহুৰ সৈয়া কণী হৈ পৰিছিল। ৰংপুৰৰ ধূলি মাকটিৰ বুকুত কচু গুটি, হৈ-গুচু, টাং-গুটি খেলা লক্ষ্মীনাথ অসমীয়া ধৰণৰ পাকৈত স্পোৰ্টছমেন। চকুৰে দেখি কথা বুজিব পৰা হোবাৰেপৰা ৰৰপেটাৰ কীৰ্তন ঘৰৰ লগত সম্বন্ধ, ডাঙৰ হোবাৰ লগে লগে কমলাবৰীয়া ভাওনা আৰু বাজহুৱা আৰু ঘৰুৱা নাম কীৰ্তনৰ লগত শকত মিতিৰালি। দিনৰ চাৰি প্ৰসঙ্গৰ মাজেদি লক্ষ্মীনাথ যেনেকৈ এক puritanic atmosphere, ধাৰ্মিক বায়ু-মণ্ডলৰ বতাহ পানী শুহি উঠিছিল, আনফালে বাৰীৰ বৰপুখুৰী আৰু বামুণ পৰি মৰা গৰাবে দোকোল ডাকাল ভৰবাৰিষাৰ পানীবে দিখৌৰ বুকুত সাঁতোৰ আৰু হৈ গুচু টাং গুটিয়ে সেই ধাৰ্মিক বায়ু মণ্ডলেৰে যোগ হৈ এক শকত healthy atmosphere, স্বাস্থ্যকৰ মনোমণ্ডল গঢ়ি লক্ষ্মীনাথৰ শৰীৰ আৰু মন উভয়কে পোহ মনাইছিল। নাম কীৰ্তন, চৰিত-তোলা, ভাগৱত-পাঠ আদিয়ে সৰুৰেপৰা লক্ষ্মীনাথৰ মনক শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ আৰু ভাগৱত-পুৰাণ আদিৰে সাঙুৰি পেলাইছিল। এইখিনিতেই শঙ্কৰদেৱ, মাধৱদেৱ, কৃষ্ণ কথা, তত্ত্ব কথা আদি কথা লেখোঁতা লক্ষ্মীনাথ বেজবৰুৱাৰ অঙ্কুৰটিয়ে পোখা মেলিবলৈ সুবিধা পাইছিল। সন্ধিয়া বহি সাধু কোৱা ৰবি ককাকো আমি পাহৰিব নোৱাৰোঁ। মুঠতে অসমীয়া জীৱনটোৰ লগত লক্ষ্মীনাথৰ এই কালডোখৰত সুন্দৰ চিনাকি হৈছিল। এইভাৱে অসমীয়া জীৱনৰ লগত নিবিড় কুটুম্বিতা আৰু অসমীয়া ভাষা, সাহিত্য আৰু ধৰ্মৰ পশ্চাত তেওঁৰ inoculation এই কুমলীয়া বয়সতে হোৱা কাৰণে সি গাঢ় আৰু স্থায়ী হৈছিল। যিমানে তেওঁ চেনেহী শিৱসাগৰৰ, আপোনবো

আপোন অসমৰপৰা। আঁতৰি দূৰৰপৰা বিদূৰলৈ গৈছিল, সিমানে তেওঁৰ মনৰ চীনাংশুকৰ পতাকাখনি জীৱনৰ ধ্বজদণ্ডৰ পিছফাললৈ চট্‌ফটাই চটফটাই উৰি আহিছিল। (গচ্ছতি পুৰঃ শৰীৰ ধাৱতি পশ্চাদ্ সংস্থিতং চেত। চীনাংশুকমিৱ কেতো প্ৰতিৱাতং নীয়মানস্য॥) তেওঁৰ insular patriotism, প্ৰবাসী প্ৰেমে অসম বোলা মাটিচপৰা সাবট মাৰি ধৰিছিলহি, আৰু বহিঃশত্ৰু আৰু অন্তঃশত্ৰুৰপৰা নিজৰ ভাষা, সাহিত্য আৰু ধৰ্মক ৰক্ষা কৰা বাঞ্ছা হৈ উঠিছিল প্ৰৱলৰপৰা প্ৰৱলতৰ। সমস্ত বঙলা ভাষাতে ৰন্ধন-প্ৰণালীৰ বিষয়ত বাটকটীয়া "আমিষ ও নিৰামিষ আহাৰ" পুথি লিখা প্ৰজ্ঞাসুন্দৰী দেৱীৰ শুবলা হাতৰ দেশী আৰু বিদেশী দিহ পাতি খায়ো তেওঁৰ চাট চাটকৈ মনত পৰিছিল দিখৌ পাৰৰ ঢেকীয়াৰ পানীত উটি ফুৰা পুঠি মাছৰ আঞ্জালৈ, কাছদি আৰু খাৰলিলৈ। বাহিৰৰ অসঙ্গত পাৰিপাৰ্শ্বিকতাই তেওঁৰ মনত split, বিৰোধ সৃষ্টি কৰা নাছিল।

বেজবৰুৱাৰ বাল্যকালৰ, যৌৱনৰ সময়খিনি অসমৰ এক বিৱৰ্তনৰ যুগ। এফালে অসমৰ পুৰণি ধৰ্মনৈতিক স স্কৃতি, আনফালে বঙালীয়ানা আৰু ইংৰাজীয়ানাৰ নতুন 'চাল'। লক্ষ্মীনাথৰ ঘৰত এক ধৰ্মমুখৰ প৷ৰিৱেশ। "বঢ়লা আতাৰ থান কমলাবাৰী পিতৃ-দেৱতাৰ প্ৰাণ, আৰু কমলাবাৰীৰ গোসাঁই ভকতসকল বুকুৰ সম্বল আছিল", তেওঁ কেইবাবাৰলৈ৷ দূৰতে নাৱৰপৰা কমলাবাৰী সত্ৰৰ ওখ গছ দেখি ল বা তিৰোতা সকলোৱে সৈতে নাৱৰ চৰথত আঁঠু কাঢি সেৱা জনায়। ঘৰত সদায় ভাওনা সবাহ নাম-গুণ, পূজা-সেৱাৰ প্ৰসঙ্গ। দীননাথ পুৰন্দৰনি.হ ৰজাই পতা বেজবৰুৱা, তেওঁৰ সদায় চিন্তা কেনেকৈ ব শগত এই আয়ুৰ্বেদৰ বিদ্যা বংশত বৈ যায়। পুৰণি ধৰ্ম কৰ্মৰ এই টানৰ পৰিৱৰ্তে ডেকাসকলৰ মাজত ইংৰাজী শিক্ষাৰ প্ৰতি আকৰ্ষণ। "বঙ্গলা ভাষা, বঙ্গলা গান, বঙ্গালীৰ নিচিনা চুলি কটা চুৰিয়া-চোলা পিন্ধা, মুঠতে বঙ্গালী ফেশ্বন (fashion) আৰু everything Bengali অৰ্থাৎ

